# সম্ভৱামি যুগে যুগে

( পৌৰাণিক নাট )

( ভাগৱতৰ কাহিনীৰ আধাৰত ৰচিত )



ৰচনা—যোগেন বায়ন

"*Sambhavami yuge yuge*" *a mythological drama written and Published by Shri Jogen Bayan M.A. Gauhati.*

প্ৰথম প্ৰকাশ—১৫ অক্টোবৰ, ১৯৭২ চন।

ছপা কৰিছে—

শ্ৰীভাৰত মোহন চৌধুৰীৰ।
ভাগিৰথী প্ৰেছ,
বিহাবাৰী গুৱাহাটী-৮



সাৰদা প্ৰকাশ
গুৱাহাটী—১১

অবিহনা—৩·০০ টকা

# আমাৰ একাষাৰ

অসমীয়া নাটক বিশেষকৈ পৌৰাণিক নাটক ছপা কৰিলে হেনো লোকচান হয়। সেইকাৰণে প্ৰকাশকে নাটক প্ৰকাশৰ দায়িত্ব লবলৈ সতকাই আগবাঢ়ি নাহে। মনৰ অদম্য উৎসাহক বাধা দিব নোৱাৰিহে এই কামত আগবাঢ়িলো। অসম শিক্ষা-বিভাগৰ ডাইৰেক্টৰ মহোদয়ে চাৰি শ টকা মঞ্জুৰী দি কিতাপখন প্ৰকাশ কৰাত সহায় কৰিছে। তাৰবাবে আমি আমাৰ কৃতজ্ঞতা জনাইছো। মঞ্চশিল্পী আৰু মঞ্চানুৰাগী ৰাইজে কিতাপখনৰ প্ৰতি আদৰ দেখুৱালে আমি কৃতজ্ঞ থাকিম।

অনিবাৰ্য্য কাৰণ বশতঃ ছপাৰ ভুল থাকি গ'ল।

ইতি—

—নাট্যকাৰ—

# সম্ভৱামি যুগে যুগে

## চৰিত্ৰ লিপি

দৈৱকী
মালতী

শ্ৰীকৃষ্ণ
বলৰাম
বসুদেৱ
কংস
প্ৰলম্ব
চানূৰ
মুষ্টিক
মন্ত্ৰী
দাবানল
ৰোষানল
১ম প্ৰহৰী
২য় প্ৰহৰী
দ্বাৰৰক্ষী
দেৱতা
দানৱ
নাৰদ

# প্ৰথম দৃশ্য



**(ছায়া অভিনয়)** পট উঠাৰ লগে লগে ছায়াত দেখা যায় কংসই ৰথ চালনা কৰিছে, বসুদেৱ আৰু দৈৱকী ৰথত বহি গৈছে। ৰথৰ চকাৰ ঘৰ্ ঘৰণি শব্দ শুনা গৈছে। অলপ পাচতে দৈৱবাণী শুনা যায়।

"যাক লৈয়া যাস কংস শুনৰে অজ্ঞান।
এহিৰ অষ্টম পুত্ৰে তোৰ লৈবে প্ৰাণ ॥"

ছায়া ক্ষীণ হৈ আহিল। ৰথৰ চকা স্থিৰ হ'ল। ছায়া অভিনয় শেষ। মঞ্চৰ আলো জ্বলি উঠিল। কংসই দৈৱকীৰ কেশত ধৰি টানি আনি দৈৱকীক মঞ্চৰ সোঁ মাজত পেলাই দিয়ে আৰু খাপৰ পৰা কৃপাণ উলিয়াই কাটিবলৈ উদ্যত হয়।

কংসঃ— ভগিনী নহয় তই—ভগিনী নহয়
কংসৰ নিধন হেতু মায়াৰ আঁৱত
ভগিনীৰ ৰূপ ধৰি পাষাণী ৰাক্ষসী
বধকৰি তোক, সেই দৈৱবাণী
কৰিম নিস্ফল।

দৈৱকীঃ— ৰক্ষা কৰা দাদা,
ৰক্ষা কৰা ভগ্নীক তোমাৰ
কিয় আজি আচৰিছ এনে ব্যৱহাৰ ?

কংসঃ— শুনা নাই পাপীয়সী ৰূঢ় দৈৱবাণী ?
আকাশেদি কৈ গ'ল
তোৰেই অষ্টম পুত্ৰৰ হাতত
হ'ব কংসৰ নিধন।
নুশুনো বিননি তোৰ নহওঁ কাতৰ
বধকৰি তোৰ প্ৰাণ
নিষ্কণ্টক হ'ব কংসৰাজ। (উধাতু খাই বসুদেৱ আগে)

বসুদেৱঃ— ক্ষান্ত হোৱা, ক্ষান্ত হোৱা কংস মহাৰাজ
অবলা ৰমণী বধি
নকৰিবা কলুষিত নিজৰ জীৱন।
সসাগৰা পৃথিবীৰ অধীশ্বৰ তুমি
শত শত ৰজা মহাৰজা
পদানত তব বিক্ৰমত
নোশোভে এনুৱা কাম তোমাত কদাপি।

কংসঃ— স্তব্ধ হোৱা বসুদেৱ,
অন্তৰত কপটতা ৰাখি

কংসৰ জয় গান নেলাগে কৰিব,
তোমালোক দুয়োজনে শত্ৰু ভয়ানক।

বসুদেৱঃ— নহয় ইটো ৰজা জয়-গুণ-গান
সত্যকথা কৰিছো বেকত।
সাক্ষী কৰি দেৱতাসকল
সাক্ষী কৰি মানৱ সমাজ
তোমাৰ মহান দান—দৈৱকীক
পত্নীৰূপে কৰিলো গ্ৰহণ
কিন্তু, ভাবি চোৱা এটিবাৰ
দৈৱকীযে তোমাৰেই কনিষ্ঠা ভগিনী
মৰমৰ দুপাশত আজি অতদিনে
সযত্নে কৰিছা পালন
অকালতে আজি, সেই ফুলপাহি
তুমি যদি মোহাৰি পেলোৱা
থাকি যাব যুগ যুগান্তৰে
কংসৰ কালিমা সনা নিষ্ঠুৰ জীৱন।
ভগ্নীহত্যা কৰি, কিবা গুণ যশ
লভিবা ধৰাত ?

কংসঃ— হাঃ হাঃ হাঃ
ভগিনী--ভগিনী !

ভগিনী নহয় বস্তু
কংসৰ জীৱন আকাশত,
দৈৱকী যে ধুমকেতু মাত্ৰ।
দুগ্ধ দি আজি অতদিনে
কালসৰ্পহে কৰিছো পোষণ
কিন্তু নোৱাৰিবি দংশিব কংসক
শুনা বসুদেৱ, পাষানেৰে গঢ়া মোৰ নিষ্ঠুৰ অন্তৰ
বধ কৰি নিৰ্ম্মমা ৰাক্ষসী
খণ্ডন কৰিম মই ৰূঢ় দৈৱবাণী
ৰাক্ষসী ভগিনীৰ তপ্ত ৰুধিৰেৰে
ৰাঙলী কৰিম আজি
শ্যামলা ধৰণী। (কাটিবলৈ উদ্যত হয়)

দৈৱকীঃ— নহয়— নহয় দাদা
ক্ষমা কৰা ভগ্নীক তোমাৰ
নিশ্চয় নহয় সিটো দৈৱবাণী
হয়তো ছলনা সিটো কোনোবা শত্ৰুৰ।
দাদা, এটিবাৰ চোৱা তুমি মোৰ মুখলই
কেনেদৰে ভগ্নী আজি
বিষাদে মলিনা।
তোমাৰেই মৰমী কোলাত
আজি অতদিনে

কৰিছিলোঁ জীৱন ধাৰন
কি হেতু নিষ্ঠুৰ হ'লা দৈৱকীৰ প্ৰতি ?
হে অগ্ৰজ,
শ্ৰেষ্ঠ তুমি জ্ঞান গৰিমাত
দুৰ্জ্জনৰ ছলাহি কথাত
পাহৰি নেযাবা তুমি কৰ্ত্তব্য নিজৰ ।

কংসঃ— এৰা কৰ্ত্তব্য—নিষ্ঠুৰ কৰ্ত্তব্য মোৰ
কৰিম পালন ।
অন্তকৰ ৰূপ লৈ কনিষ্ঠা ভগিনী
লব খোজে অগ্ৰজৰ প্ৰাণ
আৰু সেই মূঢ় অগ্ৰজে
অকাতৰে কৃতাঞ্জলী কৰি
নিজপ্ৰাণ দিব বিসৰ্জ্জন ভগিনীৰ তুষ্টিৰ কাৰণে ?
নহয়—নহয়, সেইকাৰ্য্য
মোৰ দ্বাৰা নহব সম্ভৱ ।
দলিয়াই দিছো আজি
ভগ্নী স্নেহৰ মায়াময় পাশ
ছিড়ি দিছো অন্তৰৰ মৰমী বান্ধোন
কংস আজি দানৱ ভীষণ
নিজপ্ৰাণ ৰক্ষা হেতু
বিনাশিম মায়াবিনী ভগিনীৰ প্ৰাণ ।

বসুদেৱঃ— নহবা অধৈৰ্য্য ৰজা, নহবা চঞ্চল
মহাপৰাক্ৰমী তুমি
বীৰ্য্যত প্ৰবল।
তুমি হেন ৰজা, যাক ত্ৰিজগতে জানে
শত শত নৃপতিয়ে
সেৱে যাৰ চৰণ যুগল
তেনেহেন ক্ষত্ৰ মহাবলী
বীৰ বুলি যাক আজি জগতে বখানে
কিয় হবা আজি তুমি ইমান চঞ্চল
ক্ষুদ্ৰমতি নাৰী এটি বধৰ কাৰণে ?
ভগ্নী হত্যা—নাৰীহত্যা কৰি
নেসানিবা বীৰদৰ্প ৰজাৰ নামত
আজীৱন কলঙ্ক কালিমা।

কংসঃ— কলঙ্ক কালিমা ? হাঃ হাঃ হাঃ
নিষ্পেষিত নিৰ্য্যাতিত দেৱতা—মানৱে
কলঙ্কিত কৰি মোক
অভিশাপ কৰিছে প্ৰদান।
কিন্তু তথাপিও—কংস আজি,
হিমাদ্ৰীৰ দৰে অচল অটল
উচ্চশিৰ তাৰ
অভিশাপ গঞ্জনাৰ ভয়ে

অৱনত নহয় কদাপি।

বসুদেৱঃ— কিন্তু ৰজা তুমি
প্ৰজাপালন কৰ্ত্তব্য তোমাৰ।
অজ্ঞানী নোহোৱা তুমি
জ্ঞানৰ ভাণ্ডাৰ
ধৰ্ম্মা-ধৰ্ম্ম বুজা ভালদৰে,
জানা তুমি ভালদৰে
জন্মিলে ধৰাত
মৰণ নিশ্চয় তাৰ মিলিব এদিন।
কৰ্ম্মৰ অধীন জীৱ
বসুধা তলত
মৰমৰ মহাঅৰ্থ মাথো
নতুন জীৱন।
ক্ষন্তেকীয়া জীৱনৰ
মোহৰ জালত
কৰিবা কুকৰ্ম্ম কিয়
অজ্ঞানীৰ দৰে?

কংসঃ— বাক্‌ৰুদ্ধ কৰা বসুদেৱ
শুনিব নোখোজো মই
শাস্ত্ৰৰ বচন,
জন্ম-মৃত্যু ৰহস্য

শুনাইছা কাক হেৰা নিলাজ অধম ?
জানো মই ভালদৰে
জন্মিলে মৰিব লাগে
ৰীতি জগতৰ ।
কংসৰ মৃত্যু নিবাৰণ
নহয় তোমাৰ চিন্তাৰ কাৰণ
কিন্তু নিজৰ মৃত্যুৰ বাবে
শঙ্কিত হোৱা কিয় ভীৰু বসুদেৱ ?
কংসৰ মহান ব'সনা
আজিও যে পূৰ্ণ হোৱা নাই
স্বৰ্গ মৰ্ত্ত্য পাতালৰ
ৰাজ চক্ৰৱৰ্ত্তী
হব খোজে দুৰ্দ্দান্ত কংসই ।
সেই ব্ৰত অপূৰণ ৰাখি
হেলাৰঙে মৰণক আকোৱালি লব
ইচ্ছা আজি নকৰে কংসই ।

বসুদেৱঃ— বিশ্বজয়ী হোৱা তুমি
সসাগৰা পৃথিবীৰ ৰজা মহাৰজা
হ'ক তব চিৰ পদানত
তাৰবাবে আক্ষেপ নকৰে বসুই ।

দৈৱকীঃ— ময়ো কওঁ শুনা দাদা,
অন্তৰৰ এটি কথা আজি,
জীৱনে-মৰনে শয়ণে - সপোনে
কিম্বাজাগৰণে
দৈৱকীৰ জীৱনৰ প্ৰবল বাসনা
শৌৰ্য্য-বীৰ্য্য জ্ঞান-গৰিমাত
শ্ৰেষ্ঠ বুলি খ্যাত হওক
বীৰাপ্ৰাণ—ক্ষত্ৰিয়ৰ মুকুটৰ মণি
মথুৰাৰ প্ৰজাৰ পালক
অভাগিনী দৈৱকীৰ অগ্ৰজ প্ৰধান।
আৰু সেই গৌৰৱৰ শীতল চাঁয়াত
জুৰাব এখনি ভগ্নীৰ অন্তৰ
শ্ৰদ্ধা আৰু চেনেহৰ অঞ্জলী প্ৰদানি
গৰিয়সী মহীয়সী হব দৈৱকীও।

কংসঃ— বাঃ বাঃ বাঃ
সুন্দৰ অভিনয়
সৰগৰ সুধাৰে আজি
পৰিপূৰ্ণ গোটেই বসুধা,
স্বৰ্গৰ মন্দাকিনী নদী
প্ৰবাহিতা মৰ্ত্ত্যৰ বুকুত।

শুনা হেৰা ভীৰু বসুদেৱ
শুনহেৰ প্ৰগল্‌ভা দৈৱকী
শুইতৰ কোমল কথাত
নটলিব কংসৰ পৰাণ ।
বজ্ৰসম সুকঠিন কৰিছো অন্তৰ
দয়া-মায়া কৰি বিসৰ্জ্জন
কালৰূপী নিষ্ঠুৰ কংসই
কৃপাণৰ এটি আঘাটত
ছিন্ন কৰি বিহ-বৃক্ষ
শত্ৰু-শূন্য কৰিব ধৰণী ।
জীৱন-অভিনয়ৰ
যৱনিকা পৰাৰ আগতে
চাই ল, সতৃষ্ণ নয়নে
বিশ্বৰ বিনন্দীয়া ৰূপ ।

(কংসই কৃপান ওপৰলৈ তুলে আৰু লগে লগে বসুদেৱে কংসৰ আগত আঠুলৈ বাধা দিয়ে) ।

বসুদেৱঃ— এখন্তেক—
এখন্তেক ৰবা স্থিৰ হৈ
অন্তিমৰ এটি মাত্ৰ অনুৰোধ মোৰ
দয়াকৰি শুনা কাণপাতি ।

কংসঃ— (ক্রোধ) আহ্—বসুদেৱ
দূৰ হোৱা সম্মুখৰ পৰা।

বসুদেৱঃ— শুনা হে ৰাজন্
শুনা মোৰ প্ৰতিজ্ঞা ভীষণ
তোমাৰ প্ৰাণ ৰক্ষা হেতু
নিকৰুণ ব্যৱস্থা লব বসুদেৱে।

কংসঃ— নিকৰুণ ব্যৱস্থা ?
মোৰ প্ৰাণ ৰক্ষা হেতু
প্ৰতিজ্ঞা কৰিব বসুদেৱে ?
কোৱা বাৰু, কি প্ৰতিজ্ঞা কৰিবা পালন ?

বসুদেৱঃ— শুনা হে ৰাজন্
শুনা মোৰ নিষ্ঠুৰ অঙ্গীকাৰ,
পুত্ৰ কিম্বা কণ্যা
যি কোনো সন্তান
যেতিয়াই দৈৱকীয়ে কৰিব প্ৰসৱ
লগেলগে প্ৰদানিম তোমাৰ হাতত।
বধ কৰি দৈৱকীৰ গৰ্ভজাত শিশু
নিস্কণ্টক হবা তুমি
ৰক্ষা পাবা মৰণৰ পৰা।

দৈৱকীঃ— ( আৰ্ত্তনাদ ) নাথ- নাথ
ই যে অসম্ভৱ প্ৰতিজ্ঞা তোমাৰ ।
(বসুদেৱৰ চৰণত প'ৰি যায়)

বসুদেৱঃ— মৰ্ম্মভেদী ৰাণী— বেদনাৰে ভাৰাক্ৰান্ত
মৰ্ম্মান্তদ অঙ্গীকাৰ মোৰ
কিন্তু তথাপিও—কৰিম পালন ।

কংসঃ— ভাবিচোৱা বসুদেৱ
চিন্তাকৰি চোৱা এবাৰ মনৰ মাজত
ই, যে তোমাৰ প্ৰতিজ্ঞা ভীষণ
প্ৰতিজ্ঞা পালনৰ সময়ত যদি
কঁপি উঠে তোমাৰ হৃদয়
যদি সাধ্যাতীত হয়
নিজহাতে তুলি দিব সন্তান তোমাৰ
নিশ্চিত মৃত্যুৰ মুখত ?
যদি পিতৃ-স্নেহৰ অবাধ স্ৰোতে
ধুই-মচি লৈ যায় প্ৰতিজ্ঞা তোমাৰ ?
বিশ্বৰ বিৱৰ্ত্তনত, দিক্ চক্ৰপালে
আনে যদি মনত সংঘাত
আৰু সেই সংঘাটৰ
নিষ্ঠুৰ আঘাটে

কৰে যদি জৰ্জ্জৰিত তোমাৰ শৰীৰ
হয়তো সিদিনা—
পথভ্ৰষ্ট হৈ,
বিপ্লৱৰ বহ্নিশিখা জ্বলাবা নিজেই ।

বসুদেৱঃ— শুনা হে ৰাজন্
বসুদেৱৰ চৰিত্ৰ অবিদিত নহয় তোমাৰ ।
বিশ্ব নিয়ন্তাৰ সৃষ্টিৰ পাতনি
সৃষ্টিতত্ত্বৰ গুঢ়তম্ ৰহস্য
জগত প্ৰপঞ্চৰ মায়াময় ৰূপ
প্ৰকৃতিৰ অখণ্ড প্ৰভাৱ
কালৰ সৰ্ব্বগ্ৰাসী ক্ষুধা
আৰু বেদ-বেদান্তৰ পৰমাৰ্থ বাণী
আজীৱনে কৰিলো অধ্যয়ণ ।
মিছা সংসাৰৰ মায়াময়ী ৰূপে
বিনন্দীয়া কৰি তোলে মানৱ জীৱন
ই যে মায়াৰ অভিনৱ খেলা ।
মায়াবৃত কুঁহেলিকা আঁতৰাই চোৱা
কোন তুমি—কোন মই
কোনে কাৰ কৰিব পাৰে অস্তিত্ব হৰণ ?

কংসঃ— নীতিবাদ তত্ত্বজ্ঞান, বেদৰ বচন

সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু
আৰু পৰমাৰ্থ তত্ত্ব
নিৰ্বিচাৰে শুনিব এই
অবোধ কংসই।
স্পষ্টদৰ্শীৰূপে, দৃশ্যমান জগতত
দেখিছো মোৰ সন্মুখত
অন্তকৰ বাৰ্ত্তা লৈ
দুটি ঘৃণনীয় প্ৰাণী
কংসৰ অস্তিত্ব সংহাৰ হেতু
কালৰ কুঁহেলিকা কৰিছে ৰচনা।

দৈৱকীঃ— আৰু সেয়ে যদি ইচ্ছা হয় বিশ্ব-নিয়ন্তাৰ
বোধিবৰ সাধ্য বাৰু কাৰ?
কাঠৰ পুতলা আমি কালৰ হাতত
স্বইচ্ছাই একোকে নোৱাৰো সাধিব।
কোৱা দাদা,
পাৰিবানে এৰাব শমন?
কালৰ চকৰিৰ গতি
পাৰিবানে কৰিব স্থিৰ?

কংসঃ— কালৰ কুটিলা গতি
আৰু বিধাতাৰ লেখা

ছুটিব এটিকো মই নকৰো বিশ্বাস।
কাপুৰুষ কুলাঙ্গাৰ আৰু দুৰ্ব্বল চিতিয়া
আছে যিটো নৰদেহী মৰ্ত্তাৰ বুকত
হব পাৰে তাৰবাবে
এনে কথা বেদৰ বচন।
কিন্তু. কংস মই—
বিশ্বনিয়ন্তাৰ ৰথৰ চকৰি
বাধজৰী টানি প্ৰবল প্ৰতাপে
গতি ৰুদ্ধ কৰি—
চুৰমাৰ কৰি দিম নিয়তিৰ খেলা।
নহয়—নহয়
বাক বিতণ্ডাৰ নাই প্ৰয়োজন
কালে ধুই লৈ যায় সোনালী সুযোগ,
কৃপাণৰ এটি আঘাতত
ৰাক্ষসী দৈৱকীৰ
কৰি দিও মস্তক ছেদন
(কংসই কৃপান তোলে-বসুদেৱে আগভেটি ধৰে)

বসুদেৱঃ— ক্ষান্ত হোৱা ৰাজন্
বাৰে বাৰে কৰো অনুৰোধ
বাৰে বাৰে সোঁৱৰাও প্ৰতিজ্ঞাৰ কথা।
দৈৱকীৰ গৰ্ভজাত শিশু

হয় যদি তব মৃত্যুৰ কাৰণ
জন্মাৰ লগে লগে সেই শিশু মই
প্ৰদানিম তোমাৰ হাতত
বধ কৰি দৈৱকীৰ গৰ্ভজাত শিশু
নিস্কণ্টক হবা নিজে তুমি

কংসঃ— অঙ্গীকাৰ নকৰি পালন
বিভ্ৰমে পলোৱা যদি
নিজদেশ ত্যাগী ?

বসুদেৱঃ— শুনা কংস মহাৰাজ
সত্যে সত্যে তিনি সত্য পালি
কৰিলো প্ৰতিজ্ঞা মই
বসুধা মাতৃ স্পৰ্শ কৰি, (মাটি চুই)
উঠে যদি দিনমণি পশ্চিম দিশত
আৰু যদি মাৰ যায় পূৰ্ব্ব দিগন্তত
বিশ্বৰ যতমানে চৰাচৰ প্ৰাণী
বাট ভেটি ধৰে যদি মোৰ সম্মুখত,
তথাপিও—
নিষ্ঠুৰ প্ৰতিজ্ঞা মই কৰিম পালন !

কংসঃ— আৰু তই দৈৱকী পাষাণী

আছে জানো দ্বিধা তোৰ মনৰ মাজত ?
পাৰিবি কোলাৰ কেচুৱাক
প্রদানিব মৃত্যুৰ মুখত ?

বসুদেৱঃ— (কাতৰে) দৈৱকী ! প্রিয়া মোৰ !
তুমিও প্রতিজ্ঞা কৰা
স্বামীৰ ধৰ্ম্মই ধৰ্ম্ম জানিবা সতীৰ ।

দৈৱকীঃ— (করুণ) স্বামী আজ্ঞামতে
কৰিলো প্রতিজ্ঞা
পুত্র কিম্বা পুত্রী,
যিবা জন্মে মোৰ উদৰত
প্রদানিম তোমাৰ হাতত ।

কংসঃ— ভাবি চা ৰাক্ষসী, মনৰ মাজত
ই কিন্তু, প্রতিজ্ঞা ভীষণ
ভূমিষ্ঠ সন্তানক
নিজ ইচ্ছামতে
বিসৰ্জ্জিব লাগিব
নিশ্চিত মৃত্যুৰ মুখত ।

দৈৱকীঃ— (কান্দি) বিসৰ্জ্জিম মৃত্যুৰ গ্রাসত ।

কংসঃ— যা, কংসই এৰি দিছে পথ
উপস্থিত সময়ত, নিজ প্ৰতিজ্ঞাৰ কথা
থাকে যেন মনৰ মাজত ।

(বসুদেৱে দৈৱকীক লৈ প্ৰস্থান কৰে, কংসই সিহঁত যোৱাৰ ফালে চাই থাকি চিন্তামগ্ন হয় । এনেতে অদূৰত নাৰদে 'নাৰায়ণ' 'নাৰায়ণ' ধ্বনি কৰে । কংসৰ দৃষ্টি সেইফালে যায় । নাৰদে মঞ্চত অৱতৰণ কৰে) ।

নাৰদঃ— নাৰায়ণ—নাৰায়ণ ।

কংসঃ— (পদধূলি লৈ) প্ৰণামিছো দেৱৰ্ষিৰ চৰণ কমল ।

নাৰদঃ— ইকি কংস মহাৰাজ
কিবা হেতু বিচৰণ কৰিছা ইয়াত ?
কোৱাহে ৰাজন্ কুশল সংবাদ ।

কংসঃ— মুনিবৰ, তব আশীৰ্ব্বাদে
কুশলে বিৰাজে মোৰ আত্মীয়-স্বজন
কুশলে কৰিছে বিৰাজ
মথুৰাৰ যতমানে প্ৰজা ।

নাৰদঃ-- সুখী হলো শুনি তব কুশল সংবাদ

দৈৱকীৰ বিবাহ উৎসৱ
হ'ল জানো কুশলে সম্পন্ন ?

কংসঃ— হ'ল মুনিবৰ,
নিজহাতে ভগিনী দৈৱকীক
সমর্পিলো বসুৰ হাতত ।
কিন্তু—

নাৰদঃ— কিন্তু কি ৰাজন ?

কংসঃ— কিন্তু দৈৱবাণীয়ে দিলে কুৎসিত বাৰতা ।

নাৰদঃ— কুৎসিত বাৰতা ?

কংসঃ— এৰা মুনিবৰ, কুৎসিত বাৰতা ।

নাৰদঃ— ব্যক্ত কৰা কিনো সিটো অমঙ্গল বাণী
পাৰো নেকি কৰিবলৈ কোনো প্ৰতিকাৰ ।

কংসঃ— শুনা তেন্তে দেৱৰ্ষি নাৰদ
বিবাহ সম্পন্ন কৰি
বৰ কণ্যা দুয়োটিকে ৰথত উঠাই

নিজে তুলি বাঘজৰী
চলালো বিক্রমে ৰথ
থম বুলি ভগ্নীক বসুৰ গৃহত।
কিন্তু, পথৰ মাজত—
কৰ্ণত প্ৰবেশিল কালন্তক বাণী
সুদৃঢ় কণ্ঠেৰে কৰিলে ঘোষণা
দৈৱকীৰ গৰ্ভজাত অষ্টম সন্তান
হব হেনো মোৰ মৃত্যুৰ কাৰণ।
কোৱা ঋষিবৰ,
হিতাহিত জ্ঞানশূণ্য মই
দিয়া মোক দেখুৱাই কৰ্ত্তব্যৰ পথ

নাৰদঃ— নাৰায়ণ, নাৰায়ণ
যুগদেৱতা
যুগে যুগে ধৰে জন্ম বসুধা বুকত।
দুষ্টৰ দমন, শান্তৰ পালন
আৰু ধৰ্ম্ম-সংস্থাপন হেতু
সনাতন শক্তিৰ আধাৰ
নামি আছে বসুধা তলত।

কংসঃ— কোন সিটো কোৱা ঋষিবৰ।

নাৰদঃ— যিজনে কৰিলে সৃষ্টি
বসুধাৰ বিনন্দীয়া ৰূপ
যাৰ কটাক্ষ দৃষ্টিত
লয় হয় সৃষ্টিৰ গাঁথনি
সনাতন শক্তিৰ আধাৰ তেৱেঁই ঈশ্বৰ ।

কংসঃ— তেন্তে ঈশ্বৰৰ অস্তিত্বকে কৰিম বিনাশ

নাৰদঃ— কিন্তু সি যে অবিনাশ ৰাজন্
শুনা তেন্তে, তোমাৰ জন্ম ৰহস্য ।
কালনেমীৰূপে তুমি
জন্মিছিলা লঙ্কা নগৰীত
ৰামৰূপে সংহাৰিলে
তোমাৰ সেই ৰাক্ষস জীৱন ।
কংস ৰূপে লভি জন্ম
এই জীৱনত
দেৱ-দেৱী সকলোকে কৰিছা পীড়ন
আৰু সেইহেতু
দেৱকণ্যাহঁতে
দৈৱকী, যশোদা ৰূপে ধৰিছে জনম ।
বসুদেৱ, নন্দ আৰু যতেক, গোৱাল
সকলোটি একে একে দেৱতাৰ ৰূপ ।
তোমাৰেই ধ্বংস হেতু

আত্মীয় স্বজন ৰূপে জনমি ধৰাত
শত্রুতাৰ কৰে আচৰণ
তোমাৰ বিনাশ হেতু
নিজে নাৰায়ণে
তোমাৰেই ভগ্নী উদৰত
লব জন্ম অচিৰে ধৰাত ।
সাজুহোৱা কংস মহাৰাজ
দিগন্তৰ পিনে চোৱা
খিল্‌খিল্‌কৈ হাঁহে নিয়তিয়ে
( অন্তৰালত নিয়তিৰ হাঁহি )

কংসঃ— (ক্রোধ) নিয়তি, কুটিলা নিয়তি
গৰ্ব্ব তোৰ মিহলাম ধূলিৰ লগত
জাগি উঠে আজি কংস দানব মূৰ্ত্তিৰে
হাহাকাৰ সৃষ্টি কৰি মৰ্ত্ত্যৰ বুকত
কাল ধুমুহাৰূপে—
মষিমূৰ কৰি দিম নিয়তিৰ খেলা ।
বসুদেৱ—দৈৱকী
তইঁতেও নেপাবি নিস্তাৰ
মোৰেই স্নেহৰ পাশত
শান্তিৰে কটাই জীৱন
মোৰেই ধ্বংসৰ হেতু

কালচক্র কৰিছ ৰচনা ?
চাম কোনে ৰক্ষা কৰে
কংসৰ কবলৰ পৰা।

নাৰদঃ— ৰাজন, ই যে বিধাতাৰ নিঠুৰ পৰিহাস
সহোদৰা ভগ্নী আজি
হল তব মৃত্যুৰ কাৰণ।

কংসঃ— হাঃ হাঃ হাঃ ভগ্নী। স্নেহৰ ভগিনী।
ঘোৰ অন্ধকাৰ, দুৰ্গন্ধ পোতাশাল
হ'ব ভগ্নী দৈৱকীৰ
ৰম্য বাসস্থান।
অত্যাচাৰ পীড়নত
জৰ্জ্জৰিত কৰি কলেৱৰ
লোহাৰ শৃঙ্খলে হাত ভৰি বান্ধি
আদৰিম ভগ্নী দৈৱকীক
অগ্ৰজ কংসই।
হাঃ হাঃ হাঃ
( কংসই বেগে প্ৰস্থান কৰে )

নাৰদঃ— নাৰায়ণ—নাৰায়ণ।
তোমাৰ ইচ্ছাপ্ৰভু

কোনে বাৰু কৰে নিবাৰণ ।
তোমাৰ অপাৰ মহিমা
বুজিবলৈ শক্তি বাৰু কাৰ ?
নাৰায়ণ — নাৰায়ণ ।
( *পট পৰে ।* )ঃ

# ২য় দৃশ্য

কংসৰ প্ৰাসাদৰ গোপন মন্ত্ৰণা কক্ষ। কক্ষৰ পিচৰ দেৱালৰ গাতে লাগি কংসৰ বিশ্ৰাম আসনত কংস অৰ্দ্ধনিদ্ৰাত। চুলি আউলী-বাউলী, মুখত বিভীষিকাৰ চিন স্পষ্ট, মঞ্চৰ আলোক ক্ষীণ, কংসৰ মুখৰ ওপৰত Spot light এটা আছে। হঠাতে নাগাৰাৰ শব্দ বাজি উঠে ৰণভেৰী নিনাদিত হয়। এজন দেৱতা আৰু এজন দানবৰ ভিতৰত যুদ্ধ চলে। দেৱতাৰ দেহ শ্ৰীসুন্দৰ, পোছাক মনোৰম, হাতত বজ্ৰ। দানবজন কুৎসিত, পোছাক ক'লা। দুয়ো কিছুসময় যুদ্ধ কৰাৰ পাচত দেখা যায় দানবৰ শৰীৰ ক্ষত বিক্ষত হৈছে আৰু অৱশেষত দেৱতাই বজ্ৰেৰে আঘাট কৰি দানৱৰ অস্ত্ৰ কাটি পেলায়।

(দেৱতা আৰু দানব সপোনৰ চৰিত্ৰ।)

দেৱতা :— হাঃ হাঃ হাঃ

দানব, পলালনে তোৰ
ৰণৰ হেপাহ ?
বজ্ৰহানি বক্ষবিদাৰি
পঠিয়াম এইবাৰ যমৰ নগৰ।

দানব :— অস্ত্ৰহীন মই
নিৰস্ত্ৰজনক কৰি অস্ত্ৰাঘাট

কলুষিত নকৰিবি দেৱতা সমাজ।
অস্ত্র দে, মোক এখন অস্ত্র দে।
দেৱতা :— অহা নাই দেৱতাই
দানবক অস্ত্র যোগাবলৈ
সন্মুখ যুজত
অস্ত্র তোৰ কৰিলো ছেদন
এইবাৰ, কঠোৰ বজ্র আঘাটত
মস্তক কৰিম ছেদন।
দানৱ :— কাপুৰুষ দেৱতাই
এনে নীতিকেই কৰে সমৰ্থন?
দেৱতা :— ৰণনীতি শিকাইছ
কাক হেৰ নিলাজ অধম
দুৰ্ব্বলীৰ ওপৰত কৰি অত্যাচাৰ
যুগে যুগে কলঙ্ক কালিমা
সানি লয় নিলজ্জ দানবে।
মৃত্যু মুখত পৰি আজি
ধৰ্ম্মাধৰ্ম্ম কৰিছ বিচাৰ?
দানৱ :— অস্ত্ৰহীনক অস্ত্ৰাঘাট কৰা
ৰণনীতি নহয় দানবৰ
সন্মুখ সমৰত প্ৰকাশি বল বীৰ্য্য তাৰ
দানবে যুজিব জানে শত্ৰুৰ লগত।
দেৱতা :— সুনীতি-কুনীতিৰ আজি

জ্ঞান পালি ক'ত
অৱলা ৰমণীৰ কাঢ়ি লৈ
সতীত্ব সম্পদ
নিৰ্দোষী মানৱক
পশুৰূপে সংহাৰি ধৰাত
কেনে বিজ্ঞতাৰ দিয় পৰিচয় ?
সম্মুখত দেখি তই মৃত্যু-বিভীষিকা
নীতি-দূৰ্নীতিৰ কথা কৰিছা স্মৰণ।
নিৰ্ম্মম ভাবে, পশুৰ দৰে
হত্যা কৰি তোক
খণ্ড খণ্ড কৰি কলেৱৰ
শান্তিৰ নিজৰা বোৱাম মৰতত।

দানব ঃ— জানো ভালদৰে
যুগে যুগে দানৱৰ ধ্বংসৰ কাৰণে
দেৱতাই কৰে ষড়যন্ত্ৰ
কিন্তু বিস্মৃত নহবি হেৰ নিলাজ দেৱতা
বাৰে বাৰে পৰাজিত কৰি
সম্মুখ যুজত
দানবে দেৱতাৰ ওপৰত
লব নিৰ্ম্মম প্ৰতিশোধ।
অতীতৰ কলঙ্ক কালিমা
পাহৰিলি জানো তই অধম পামৰ ?

দেৱতা ঃ— অতীতৰ ব্যভিচাৰ
দানবৰ কলঙ্কৰ চেঁকা
এতিয়াও স্পষ্টৰূপে
ধৰা দিয়ে দৃষ্টিৰ কোনত ।
তোৰ অত্যাচাৰ উৎপীড়নত
বসুধাও হৈছে কুপিতা
তোৰ পাপৰ দুৰ্বিষহ বোজা
কঢ়িয়াই নিব
ধৰণীও হৈছে অক্ষমা ।
বসুধাৰ গুৰুভাৰ লঘু কৰিবলৈ
দেৱতাই কৰে অঙ্গীকাৰ
দানব স্পৰ্শৰ পৰা মুক্ত কৰি বিমল বসুধা
নিৰ্যাতিত প্ৰপীড়িত মানবক
কৰি পৰিত্ৰান
নিস্কলুষ কৰিম আজি কলঙ্কিতা ধৰা ।
দানব ঃ— মৃত্যুভয় নাই দ নবৰ
মুক্ত বাহুৰেই তোক কৰিম আঘাট
চূৰ্ণ কৰি অস্ত্ৰ তোৰ
পান কৰিম বক্ষৰ শোণিত ।
যুগে যুগে দেখুৱাম
বহল বিশ্বক
যোগ্য ভোগ্যা বসুন্ধৰা,

দেৱতাৰ কৰায়ত্ব কদাপি নহয়।

দেৱতা :—আহ্, পলুৱাম ৰণৰ হেপাহ
ধৰণীৰ অন্ধকাৰ কৰি বিদূৰিত
প্ৰভাতী সূৰুযক স্বাগত ভাষণে
কৰো সম্ভাষণ।
( দেৱতাই বজ্ৰহানী দানবৰ শৰীৰ ৰক্তাক্ত কৰি দিয়ে দানবে বিকট চিঞঁৰ মাৰি পলাই আৰু যেন কংসৰ শৰীৰতে বিলীন হয়। দানব আৰু দেৱতা অন্তৰ্দ্ধান হয়। কংসই বিকটভাৱে চিঞঁৰি উঠে )

কংস :— আ—হ্, কোন আছা ? দ্বাৰৰক্ষী। দ্বাৰৰক্ষী!
( দ্বাৰৰক্ষীৰ প্ৰবেশ )

দ্বাৰৰক্ষী :—আদেশ কৰা ৰাজন।

কংস :— মোক অস্ত্ৰ দিয়া—মোৰ অস্ত্ৰ ক'ত ?
( দেৱালত ওলমি থকা অস্ত্ৰ এখন দ্বাৰৰক্ষীয়ে আনি কংসক দিয়ে। )

কংস :— ক'ত, ক'ত সেই নিলাজ দেৱতা ?
ক'লৈ পলাল ?
দ্বাৰৰক্ষী, কৰা অন্বেষণ
সেই দুৰাত্মক।
( দ্বাৰৰক্ষীয়ে বিচাৰে )

দ্বাৰৰক্ষী :— মহাৰাজ।
কোনো নাই কক্ষৰ মাজত।

কংস :— আহ্—নিশ্চয় আছে ইয়াতে লুকাই ।
অস্ত্ৰহীন দেখি মোক
নিলাজ দেৱতাই
কাপুৰুষৰ দৰে কৰে অস্ত্ৰাঘাট
ভালকৈ চোৱা চুকে কোনে
সমুচিত শিক্ষা মই দিম দেৱতাক ।

দ্বাৰৰক্ষীঃ— মহাৰাজ ।
কক্ষৰ সকলো কপাট বন্ধ ভালদৰে ।
খোলা দ্বাৰ আছে যিটো
সশস্ত্ৰ প্ৰহৰীয়ে ৰুদ্ধ কৰে পথ,
নিজে মই ৰক্ষা কৰো দ্বাৰ ।
নেদেখো যে কোনো প্ৰাণী কক্ষৰ মাজত ।

কংস :— অন্ধ তোমালোক ।
কৰ্ত্তব্য বিমুখ হৈ
হৈছিলা সকলোটি নিদ্ৰাত মগন ।
এই সুযোগতে
পলাল প্ৰাণ লৈ ভীৰু দেৱতাই ।
সাৱধান বাণী আজি শুনা সকলোৱে
কৰ্ত্তব্যত অৱহেলা কৰিব যিজন
লগে লগে শাস্তি মই কৰিম প্ৰদান ।
শুনোৱা আদেশ বাণী
সকলোকে আজি

কৰ্ত্তব্য বিমুখ হৈ
থাকে যদি কোনোবাই নিদ্ৰাত মগন
শাস্তি তাৰ শিৰচ্ছেদ
কদাপিতো প্ৰাণ ভিক্ষা নিদিব কংসই।
(দ্বাৰৰক্ষীৰ প্ৰস্থান আৰু মন্ত্ৰীৰ প্ৰবেশ)

মন্ত্ৰী :— মহাৰাজ,
প্ৰবেশিল কোন বাৰু কক্ষৰ ভিতৰ?

কংস :— শুনা মন্ত্ৰীবৰ,
কৰ্ত্তব্যত অৱহেলা কৰি
দ্বাৰৰক্ষী সকলোটি নিদ্ৰাত মগন।
সেই সুযোগতে
সসস্ত্ৰ দেৱতা, সোমাল আহি কক্ষৰ ভিতৰ।
দেখা পাই অস্ত্ৰহীন মোক
অতৰ্কিতে আক্ৰমিলে প্ৰাণনাশ হেতু
হুঙ্কাৰিলো মই যেবে
বুক ডাঠ কৰি
অতৰ্কিতে অন্তৰ্দ্ধান হ'ল কুলাঙ্গাৰ।

মন্ত্ৰী :— কিন্তু আচৰিত কথা।
সহস্ৰ প্ৰহৰীয়ে ৰখি আছে দ্বাৰ।
নেদেখিলো কোনোজন নিদ্ৰাত মগন।
প্ৰাসাদৰ সকলো কপাট বন্ধ ভালদৰে,
খোলা আছে যিটি দ্বাৰ

সেই দ্বাৰে বাৰু কাৰ সাধ্য
সোমাব ভিতৰ ?
মনুষ্য দেৱতা ৰাক্ষস
কাৰো শক্তি নাই
নবধি সহস্ৰ ৰক্ষী
নিৰ্বিঘ্নে সোমাব পাৰে
প্ৰাসাদৰ গোপন কক্ষত ।
মহাৰাজ ! আজি কেবাদিন
চিন্তামগ্ন দেখিছো তোমাক
সেইহেতু, ভ্ৰান্তিৰ কবলত পৰি
হয়তোবা দেখিছিলা
শত্ৰুৰ ছায়া
অৱসাদ মনৰ মাজত ।

কংস :— কিন্তু মন্ত্ৰীবৰ !
এতিয়াও ভাব হয় মনৰ মাজত
মই যেন স্পষ্ট দেখিছিলো
সশস্ত্ৰ শত্ৰুৰ মূৰুতি ভীষণ ।
দিগন্ত-প্ৰসাৰী ৰৱে
হুঙ্কাৰিলে সমীপতে মোৰ
হৃদযন্ত্ৰ এতিয়াও কঁপে থৰ থৰ ।

মন্ত্ৰী :— চিন্তাক্লিষ্ট মন আৰু অৱসাদ প্ৰাণে
আনি দিয়ে ভ্ৰান্তি

অৱচেতন মনৰ মাজত।
সেই ভ্ৰম দুৰ্য্যোগত পৰি
মস্তিস্কৰ বিকাৰত
হয়তোবা দেখিছিলা শতৰুৰ ছাঁয়া।
ক্ষন্তেক বিশ্ৰাম ললে
সকলো ভ্ৰান্তি লোপ পাই যাব।

কংস :— কিন্তু মন্ত্ৰীবৰ
কিয় বাৰু অহৰ্নিশে
মনৰ মাজত
দেখো বিভিষিকা।
কিবা যেন আতঙ্কত
ঘনে ঘনে কঁপি উঠে প্ৰাণ।
অদূৰত নিয়তিয়ে যেন, বিদ্ৰূপৰ চোকা বাণ হানি
বিকৃত সুৰত কৰে তিৰস্কাৰ।
কোৱা মন্ত্ৰীবৰ ;
কি উপায়ে কৰো মই বিভিষিকা দূৰ
কেনেকৈ সতেজ কৰো দুৰ্ব্বল মনক।

মন্ত্ৰী :— মহাৰাজ
তব অন্নে পালিত মই আৰু পৰিজন।
ৰাজমন্ত্ৰী ৰূপে
কটালো জীৱনৰ মহান তিনিটা কাল,
লাহে লাহে শৰীৰ হৈছে স্থবিৰ।

বাজমন্ত্ৰী মই—
স্থান, কাল, পাত্ৰ অনুসৰি
সুমন্ত্ৰণা দিয়া মোৰ মহান কৰ্ত্তব্য।
শুনাহে মথুৰা ঈশ্বৰ,
নিৰ্য্যাতন নিপীড়নত
মথুৰাৰ প্ৰজা আজি হৈছে কাতৰ।
সম্মুখতে নকলেও প্ৰাণৰ ভয়ত
অভিশাপ প্ৰদানিছে মনৰ মাজত।
ৰজাৰ কৰ্ত্তব্য মাথোন প্ৰজাৰ পালন
উৎপীড়িত হলে প্ৰজা ৰজাৰ হাতত
ৰজাৰ মঙ্গল
প্ৰজাই কদাপিতো নকৰে কামনা।

কংস :— ৰজাৰ ধৰ্ম্মই ধৰ্ম্ম সকলো প্ৰজাৰ।
যদি কোনো দুৰাচাৰে
ৰাজ আদেশ কৰিছে লঙ্ঘণ
অৱশ্যেই ভুগিছে নিৰ্য্যাতন।

মন্ত্ৰী :— হে ৰাজন্— বিজ্ঞ তুমি
পাহৰি নেযাবা বেদৰ বচন।
সত্য আৰু অহিংসাৰ পথ
লয় যদি প্ৰজাই তোমাৰ
কোন অধিকাৰে, তুমি বাৰু কৰিবা পীড়ণ ?
পিতৃ তব ধৰ্ম্মজ্ঞানী

ধৰ্ম্মাধৰ্ম্ম বিচাৰত অতি বিচক্ষণ।
উগ্ৰসেন নাম যাৰ জগতে বখানে
মথুৰাৰ ঘৰে ঘৰে যাৰ গুণ গায়,
সেইজন পিতৃক তোমাৰ
কিবা হেতু কৰিলা নিক্ষেপ
গন্ধময় অন্ধকাৰ কাৰাগাৰ মাজে ?
( তৎক্ষণাত প্ৰলম্বৰ প্ৰৱেশ )

প্ৰলম্ব :— নহলে যে, পিতৃত্বৰ দাবী নহয় পূৰণ।
কোৱা মন্ত্ৰীবৰ,
কোন ধৰ্ম্ম, কোন ৰীতিমতে
উপেক্ষি যোগ্য পুত্ৰ জন
আলৰ বুঢ়াই
ৰাজ-সিংহাসন কৰে সুশোভন ?
বেদৰ জানো এইয়ে বিধান
বৰ্ণাশ্ৰম ধৰ্ম্ম পৰিহৰি
বাৰ্দ্ধক্যৰ শক্তিহীন কলেৱৰ লই
প্ৰৱঞ্চনা কৰি, আপোন পুত্ৰক
মত্ত হৈ ভোগ-বিলাসত
কৰিব পিতৃয়ে ভোগ ৰাজ-সিংহাসন ?

মন্ত্ৰী :— কদাপি নহয় তেনে বেদৰ বিধান।

প্ৰলম্ব :— তেনেহলে নৃপতি যে ক্ষমাৰ অযোগ্য।

মন্ত্ৰী :— শুনা প্ৰলম্ব !

উগ্রসেন নৃপতি ধাৰ্ম্মিক প্ৰধান।
ত্যাগ কৰি ৰাজ-সিংহাসন
বৰ্ণাশ্ৰম ধৰ্ম্ম অনুসৰি
বানপ্ৰস্থ যাত্ৰাৰ
কৰিছিল কামনা মনত
কিন্তু তাৰ আগে
সুপাত্ৰত অৰ্পিবলৈ ৰাজ সিংহাসন
ৰাজনীতি জ্ঞানে কৰিব বিভূষিত আপোন পুত্ৰক
অপেক্ষি আছিল শুভক্ষণ।
কিন্তু আচম্বিতে—·
পুত্ৰই নিক্ষেপি পিতৃক
অন্ধকাৰ পোতাশাল মাজে
কাঢ়ি ললে ৰাজ-সিংহাসন।
ই যে ঘোৰ পাপ আচৰণ।

কংস :— (ক্ৰদ্ধ হৈ) স্তব্ধ হোৱা মন্ত্ৰীবৰ।
বিস্মৃত নহবা তুমি
কংসৰ পদছায়া তলে
বেতনভোগী ৰাজমন্ত্ৰী তুমি
নিন্দা কৰি প্ৰভু আচৰণ
কৃতান্তক নকৰা আহ্বান।

মন্ত্ৰী :— ৰজা যদি হয় অধোগামী
পাপ কাৰ্য্য কৰি সমৰ্থন,

প্ৰজা যদি হয় আতঙ্কিত
অত্যাচাৰে জৰ্জ্জৰিত হৈ
মন্ত্ৰীৰ অৱশ্য কৰ্ত্তব্য
বিপথগামী নৃপতিক
দেখুৱাই দিয়া নিজ পথ।
যত দিনে ৰাজঅন্ন কৰিছো সেৱন
তত দিনে মন্ত্ৰীৰূপে
নিজ কৰ্ত্তব্য কৰিম পালন।

প্ৰলম্ব :— চিন্তি আছা ৰজাৰ অহিত
নাজানানে ৰাজ আজ্ঞা বেদৰ বচন ?

মন্ত্ৰী :— তোমাৰ দৰে অকৃতজ্ঞ মূৰ্খৰ কাৰণে
হব পাৰে সেইটো সম্ভৱ।
কিন্তু মন্ত্ৰী মই, প্ৰধান কৰ্ত্তব্য মোৰ
সুমন্ত্ৰণা দান।

প্ৰলম্ব :— বক্তব্য সংযত কৰা
নিৰ্ব্বোধ অধম
হেৰুৱালি হিতা-হিত জ্ঞান
বাৰ্দ্ধক্যৰ হেতু।
মহাৰাজ, কৰা আজ্ঞা দান
শিৰচ্ছেদ কৰি দুৰ্ম্মতিক
জৰাজীৰ্ণ দেহ তাৰ, কৰি খণ্ড খণ্ড
বিলাই দিও বন্য পশুৰ মাজত।

কংস :— ( আসনৰ পৰা উঠি ) শুনা মন্ত্ৰীবৰ !
দুৰ্ব্বল তনু মন লই
নোৱাৰা সাধিব কৰ্ত্তব্য নিজৰ ।
সেইবাবে এই মুহুৰ্ত্ততে
পদচ্যুত কৰিলো তোমাক ।

মন্ত্ৰী :— তাত মোৰ কোনো ক্ষোভ নাই
পাপ সংসৰ্গত থাকি
কৰিব নোখোজো মই
কলুষিত নিজৰ জীৱন ।
বিনা প্ৰতিবাদে
আজ্ঞা তব কৰিলো গ্ৰহণ ।
পদচ্যুত অভিশাপ
আকোৱালি ললো মই
আশীৰ্ব্বাদ বুলি ।

কংস :— আৰু শুনা মন্ত্ৰীবৰ ।
এদিনৰ ভিতৰতে
ৰাজবাস কৰি পৰিত্যাগ
পুত্ৰ-পত্নী পৰিয়াল সমে
এৰিব লাগিব ৰাজপুৰ ।

মন্ত্ৰী :— তাতো মই নহও কুণ্ঠিত
পত্নী-পুত্ৰ পৰিয়াল লৈ
যথাশক্তি সেৱা কৰি

নিপীড়িত প্ৰজা
চাম যুজি এটিবাৰ
বুঢ়া শকতিৰে
মথুৰাৰ আকাশৰ 'পাপৰূপী মেঘ
পচোঁৱাৰ তীব্ৰ আঘাটত
বিতাৰণ হয়নে নহয় ।

কংস :— চমৎকাৰ !
কিন্তু তাৰ আগে দুৰ্ব্বল শৰীৰ
হয় যদি ভূমিত লুণ্ঠিত ?

মন্ত্ৰী :— বৃদ্ধ আৰু ৰুগ্ন শৰীৰ
পৰিবলৈ বেচি দিন নাই
কিন্তু তাৰো কেচাঁতেজে যদি
ধুই শুচি কৰি দিয়ে
কলুষ ধৰণী
জন্ম লব শত সহস্ৰ মুক্তি সেনা দল পৃথিবী বুকত
বিশ্বত উঠিব নিনাদ
কক্ষচ্যুত হব ৰবি
আৰু যতমানে গ্ৰহ উপগ্ৰহ ।
মাৰ্ মাৰ্ ধ্বনিৰে জাগিব মানব
জাগিব সেইদিন নৰৰূপে
নিজে নাৰায়ণ
দুৰ্যোৰ প্ৰলয়ৰ বানে

ধুই মচি লৈ যাব
ধৰণীৰ পাপ।
অমানিশা আঁতৰাই
উঠিব নতুন সূৰ্য্য
পূৰ্ব্ব দিগন্তত।
সৌ চোৱা দিগন্তত
আলোকৰ ৰেখা
জাগ্ জাগ্ নৰৰূপে
নিস্পেষিত নিৰ্য্যাতিত
মানৱ সমাজ,
জাগি উঠা ভয়হাৰী পতিত পাৱন
সুদৰ্শন চক্ৰেৰে তোমাৰ
দানবক কৰাহি নিধন,
পৰিত্ৰাণ কৰা সজ্জনক।

কংস— উন্মাদ—উন্মাদ—
অস্থিৰ দেহাৰ ই যে উন্মাদনা ৰোগ।
প্ৰলম্ব। বন্দী কৰা এই উন্মাদক।
হাত-ভৰি শৃঙ্খলিত কৰি
থৈ দিয়া অন্ধকাৰ পোতাশাল মাজে।

প্ৰলম্ব :— উত্তম ব্যৱস্থা।
(প্ৰলম্বই মন্ত্ৰীক ধৰিবলৈ আগবাঢ়ে আৰু মন্ত্ৰীয়ে খাপৰ পৰা তৰোৱাল উলিয়াই লয়।)

মন্ত্ৰী :— বিনা যুদ্ধে বন্দীত্ব মই নকৰো স্বীকাৰ।
আহ্, অস্ত্ৰ লৈ আগবাঢ়ি আহ্
তপ্ত ৰক্ত আজি হয় প্ৰবাহিত
জৰাজীৰ্ণ শীতল দেহত।
(প্ৰলম্বই তৰোৱাল লৈ মন্ত্ৰীক আক্ৰমণ কৰে। মন্ত্ৰীয়ে আক্ৰমণ ৰোধ কৰে। মন্ত্ৰীয়ে প্ৰলম্বক আক্ৰমণ কৰে প্ৰলম্বই বাধা দিবলৈ যোৱাত প্ৰলম্বৰ হাতৰ অস্ত্ৰ খহি পৰে।)

মন্ত্ৰী :— হাঃ হাঃ হাঃ, প্ৰলম্ব কেশৰী
পলোৱা ভয়াতুৰ জম্বুকৰ দৰে।

কংস :— (ক্ৰোধত অন্ধ হৈ) উন্মাদ! এইবাৰ নিশ্চিত মৃত্যু তোৰ।
(কংসই খাপৰ পৰা তৰোৱাল উলিয়াই মন্ত্ৰীৰ পিনে চোঁচা লওতেই পিছফালৰ পৰা চানুৰে মন্ত্ৰীক হত্যা কৰে।)

মন্ত্ৰী :— উহ্, জাগা নাৰায়ণ—তুমি জাগা।
(মাটিত পৰি যায়)

(মৃত্যু)।

(চানুৰ আৰু মুষ্টিক সোমাই আহে আৰু মন্ত্ৰীৰ মৃতদেহ স্থানচ্যুত কৰে—কিছু সময় সকলো নিমাত)

কংস :— কোৱা চানুৰ, মুষ্টিক
কোৱা, বসুদেৱ-দৈৱকী সংবাদ।

চানূৰ :— নির্জ্জন কাৰাত
গণিছে সিহঁতে নিতে মৰণৰ দিন।
কংস :— নহয়, নহয়, নকৰিবা মৃত্যুৰ ব্যৱস্থা।
সিহঁতৰ প্ৰাণলৈ কংসৰ নাই অভিলাষ।
শিশু জন্ম দিব যেবে ৰাক্ষসী দৈৱকী
নিমিষতে পঠাবা সংবাদ।
কাল শিশু, মুষ্টিৰ প্ৰহাৰে মই
কৰিম নিধন।
চানূৰ:— এটি এটি কৰি
ছয়টি শিশুকে
তোমাৰ হাততেই কৰিলো অৰ্পন
এটি লয় পালে গৰ্ভৰ ভিতৰে।
জানিব পাৰিলো,
দৈৱকী আসন্ন প্ৰসৱা।
সাৱধান কৰি দিছো
সকলো ৰক্ষীকে
সযতনে ৰাখিব দুৱাৰ।
ভূমিস্থ হলে নৱজাত শিশু
জনাবহি ৰাজ চৰণত।
কংস :— উত্তম ব্যৱস্থা!
এইবাৰ চাম—
কাল নিয়তিয়ে

কেনেদৰে কংসৰ ঘটায় মৰণ।
অত্যাচাৰ-অনাচাৰ-মহামন্ত্ৰ জপি
শমনক কৰিম নিবাৰ।
নিস্ফল কৰিম সেই ৰুঢ় দৈৱবাণী।
দেৱতাৰ চক্ৰান্ত মষিমূৰ কৰি
জয়ধ্বজা উৰাম কংসৰ।
মুষ্টিক :— সমগ্ৰ ৰাজ্যত
কৰিছো ঘোষণা
সকলোৱে একে মুখে
কংসৰ গাব জয়গান।
যদিহে কোনোৱে
অমান্য কৰিছে আদেশ
উগ্ৰ শাস্তি কৰিছো প্ৰদান।
চানুৰ :— নৰ-নাৰী ৰথা নাই কোনো ব্যৱধান।
নৰ কিম্বা নাৰী যদি
লঙ্ঘিছে আদেশ
দুই চকু উলিয়াই
নতু হাত ভৰি কাটি
দাৰুণ যন্ত্ৰনা দি
লৈছো জীৱন।
কংস — উত্তম।
(কংস ভিতৰ সোমায়; মুষ্টিকৰ দৃষ্টি প্ৰলম্বৰ ওপৰত পৰে)

মুষ্টিক :— ইকি প্রলম্ব !
বিমৰিষ মন কিয় ?
প্রলম্ব :— জীৱনত এইয়ে প্রথম
পৰাজয় কৰিলো স্বীকাৰ ।
ৰাজ আজ্ঞামতে
মন্ত্রীক বন্দী কৰিবলৈ
গলো আগবাঢ়ি
বাধা দিলে বৃদ্ধই নিজ শকতিৰে ।
দ্বৈত যুদ্ধত পৰাজয় কৰিলো বৰণ ।
চানূৰ :— দুর্ব্বল বৃদ্ধৰ হাতত
পৰাজিত দানব প্রধান ?
ধিক্ —শতধিক্ ।
এই শক্তি ধৰি
আস্ফালন কৰা নিজে
বীৰ বাহু বুলি ?
প্রলম্ব :— মিছা বাক্যবান নকৰা নিক্ষেপ ।
নাজানা তুমি নিজে
কিবা শক্তি ধৰে সেই
বৃদ্ধৰ শৰীৰে ।
কৰিলা হেঁতেন যদি
দ্বৈত যুদ্ধ মন্ত্রীৰ লগত
বুজিলাহেঁতেন নিজ শক্তি পৰিচয় ।

চানূৰ :— চানূৰৰ একোটি মুষ্টি আঘাটত
একোজন বৃদ্ধ মন্ত্ৰী
ৰক্তাক্ত শৰীৰে
কৰিব ভূমিত শয়ন ।
প্ৰলম্ব — মিছা দৰ্প, মিছা অহঙ্কাৰ নকৰা চানূৰ
চানূৰ :— কৰা নাই মিছা অহঙ্কাৰ
নেদেখিছা স্বচক্ষে নিজেই
কেনেদৰে লুণ্ঠিত কৰিলো ভূমিত
মহাবলী মন্ত্ৰীক
কৃপানৰ এটি আঘাটত ।
প্ৰলম্ব :— লাজ নেলাগেনে
তেনেকথা কৰিব বেকত ।
চোৰৰ নিচিনা
সন্তৰ্পনে আহি
শৰী<ৰ পশ্চাত ভাগত
কাপুৰুষৰ দৰে
কৰিলা অস্ত্ৰাঘাত ।
কংস মহাৰাজৰ উজ্বল নামত
সানি দিলা কলঙ্ক কালিমা ।
চানূৰ :— সাৱধান প্ৰলম্ব ।
তোমাৰ সেই উদ্ধত বাক্য
চানূৰে নসহে কদাপি

প্ৰলম্ব :— শৃগালৰ সাহ লৈ
সিংহৰ লগত
যদিহে কৰিছা ইচ্ছা কৰিব সমৰ
দবলৈ যোগ্য পুৰস্কাৰ, প্ৰলম্ব কেশৰী
কেতিয়াও নহয় কাতৰ ।
চানূৰ :— হ'ক তেনে পৰীক্ষা শক্তিৰ ।
( দুয়ো যুজলৈ সাজু হয় । মুষ্টিকে বাধা দিয়ে )
মুষ্টিক :— আহ্ মনে মনে থাকা তোমালোক
সম্মুখত সমস্যা ভীষণ
মথুৰাৰ আশে পাশে থকা
ক্ষুদ্ৰ ৰাজ্য বোৰে
বিক্ষোভৰ কৰে প্ৰদৰ্শন
পাৰা যদি নিজ শক্তিৰে
বিপ্লৱ দমন কৰি
দেখুৱাবা নিজ পৰাক্ৰম ।
কিন্তু এনেদৰে নিজৰ মাজত
সংঘাটৰ সৃষ্টি কৰি
নঘটাবা নিজৰ পতন ।
প্ৰলম্ব :— নহয় মুষ্টিক--
তাৰ আগে চানূৰৰ ৰক্তপান কৰি
সুস্থিৰ কৰিম মোৰ
অসুস্থ পৰাণ ।

চানূৰ :-- মোক লাগে ৰঙা তেজ।
কাপুৰুষ প্ৰলম্বৰ বুকুৰ শোণিত।
আকণ্ঠ পিবলৈ
ক্ষুধা আজি লাগিছে দেহত
আহ্, সমস্যাৰ হ'ক সমাধান।
(মুষ্টিকে বাধা দিয়ে ক্ৰোধত বলিয়া হৈ কংসৰ
মুক্ত অসি লৈ প্ৰবেশ।)

কংস :— এৰি দিয়া মুষ্টিক—এৰি দিয়া পথ
দানবৰ হিয়াৰ তেজেৰে
ৰঞ্জিত কৰো মোৰ
ক্ষুধিত কৃপাণ।
ক' ক' মূৰ্খহঁত!
মৃত্যুৰ যদিহে কৰিছ কামনা
খোলা অস্ত্ৰ লৈ
ঠিয় হ' মোৰ সম্মুখত।
(সকলো নিমাত। প্ৰলম্ব আৰু চানূৰে অধোমুখ হয়।)
লাজ লগা নাইনে তইঁতৰ
সম্মুখত সমস্যা ভীষণ
অন্তৰীক্ষে বিদ্ৰূপৰ হাঁহি
হাঁহে নিয়তিয়ে।
কালৰ কুটিল চক্ৰ
চলাবলৈ বিপৰীত মুখে

কংসৰ আজি মহা অভিযান ।
শত শত মেৰু গিৰি সম
বিঘিনি বিপদ অতিক্ৰমি
শত শত প্ৰজ্বলিত বহ্নি
নিৰ্ব্বাপিত কৰি
দানব কংসই আজি
সমস্ত পৃথিবীকে
কৰিছে আহ্বান ।
নিজে ধ্বংস হৈ যাম কালৰ গৰ্ভত
নতু বিশ্ব বিজয়ী হৈ
উৰুৱাম দানবৰ গৌৰৱ পতাকা
এয়ে মোৰ প্ৰতিজ্ঞা ভিষণ ।
আৰু তইঁত ?
মোৰ অন্নেৰেই প্ৰতিপালিত হই
নুবুজি কৰ্ত্তব্য নিডৰ
গৃহ যুদ্ধৰ কৰিছ সূচনা ।
সেই যুদ্ধ সম্পাদন
কৰাৰ আগতে
কংসৰ উন্মুক্ত কৃপাণে
তইঁতৰ কলেৱৰ
লুণ্ঠিত কৰিব আজি
ধৰাৰ বুকত ।

প্ৰলম্ব ঃ— ক্ষমা কৰা ৰজা,
নিজ কৰ্ত্তব্য পাহৰি
ক্ৰোধত বলিয়া হৈ
হৈছিলো নিজকে বিস্মৃত ।
তযু পদ স্পৰ্শ কৰি
কৰিলো প্ৰতিজ্ঞা
গৃহ-কন্দল পৰিহাৰ কৰি
ৰজাৰ মঙ্গল হকে
উছৰ্গিম নিজ প্ৰাণ
বক্ষ শোণিতেৰে অঞ্জলী প্ৰদানি
আত্মহুতি দিম
ৰাজ চৰণত

কংস ঃ— চানুৰ, মৃত্যু কিম্বা মুক্তি চোৱা
ব্যক্ত কৰা অভিলাষ
সম্মুখত আছি ।

চানুৰ ঃ— অনুতাপে দগ্ধে মোৰো প্ৰাণ
দিয়া ক্ষমা ভিক্ষা দান
হে দানব প্ৰধান ।
( কৰি চুই ) তব পদ স্পৰ্শ কৰি
সাক্ষী কৰি নিজ গুৰুজন
কৰিলো প্ৰতিজ্ঞা
যাবৎ থাকিব চন্দ্ৰ দিবাকৰ

যাবৎ থাকিব জীৱন
কংস অনুগামী হৈ
থাকিব চানূৰ ।
পৰিহাৰ নকৰিম
আত্মীয় স্বজন
পৰিহাৰ নকৰিম ৰজাৰ চৰণ
কৰ্ত্তব্যৰ দাস হৈ
মৰণ নেওঁচি
ৰাজাজ্ঞা কৰিম পালন ।

কংস :— তেনেহলে সমবেত কণ্ঠে
গোৱা জয়গান
বজ্ৰ নিনাদে পৃথিৱী কঁপাই তোলা,
স্তম্ভিত কৰি দিয়া
শত্ৰুৰ কঠিন পৰাণ ।
বিশ্বজুৰি দানবৰ জয়গুণ গান
হ'ক নিনাদিত
দেৱতাৰ গৌৰৱৰ ৰবি
কৰি অস্তগত
দানবৰ অখণ্ড প্ৰতাপ
হ'ক বিস্তাৰিত ।
প্ৰজ্বলিত কৰা বহ্নি
লেলিহান শিখাৰে

ৰাঙলী কৰি দিয়া শ্যামলা ধৰণী ।

( জয়ভেৰী বাজে )

সোঁৱা, চোৱা অদূৰত
জয়ভেৰী উঠে বাজি
গগণ বিয়াপি
ধ্বংস কৰা শত্ৰু দানবৰ
মচি দিয়া বিধাতাৰ লেখা ।
উৰোৱা, উৰোৱা আকাশলঙ্ঘী
দানবৰ গৌৰৱ নিচান
কঁপে যেন থৰথৰে
দেৱতাৰ প্ৰাণ ।
( ওলাই দৌৰ মাৰে )

( পট পৰে )

# ৩য় দৃশ্য

( অন্ধকাৰ কাৰাগাৰ । সন্মুখত লোহাৰ দৰজা ডাঙৰ তলা মৰা। কাৰাগাৰৰ ভিতৰত শুই থকা অৱস্থাত দৈৱকী আৰু গালে মুখে হাত দি বসুদেৱ বহি আছে। বাহিৰত দুজনমান প্ৰহৰী পহৰা দি থকা অৱস্থাত। দুয়োজনে মাজে মাজে হামিয়ায়। বাহিৰত ভীষণ ধুমুহা বৃষ্টিৰ শব্দ। মাজে মাজে বিজুলী ঢেৰেকণীয়ে কাৰাৰ ভিতৰ ক্ষন্তেকৰ কাৰণে আলোকিত কৰি তুলিছে। )

১ম প্ৰহৰী—হেৰি ককাই, দেখিছা কি প্ৰবল বেগে ধুমুহা বৈছে। এইবাৰ পৃথিবী ৰসাতললৈ নিব যেন পাইছো।

২য় প্ৰহৰী—ৰসাতলে যাবলৈ আৰু বাকী আছে? যিহে কংস ৰজাৰ অত্যাচাৰ চলিছে—প্ৰজাই একেবাৰে ধোঁৱা-কোঁৱা দেখিছে নহয়। ইমান বাৰু পৃথিবীয়ে বহন কৰে কেনেকৈ?

১ম প্ৰহৰী—নকবা ককাই, সুন্দৰী তিৰী এজনীও ঘৰত ৰাখিব নোৱাৰা দিন পৰিল। কেনেবাকৈ যদিহে খবৰ পালে, তেতিক্ষণে তোমাৰ চানূৰ, মুষ্টিক, প্ৰলম্ব আটাই কেইজন হাজিৰ হ'লগৈ। ভালে ভালে যদি গিৰীইঁতে সিহঁতৰ হাতত সোধাই দিলেতো ভালেই, নহলে গিৰীয়েকক মাৰি তাইক টোচোৰাই

লৈ আহিব ! ধেৎ কটা, পৰৰ তিৰীলৈ ইমান নজৰ নে ?

২য় প্ৰহৰী—আচলতে কিন্তু কংস মহাৰাজৰ্টৈও তেওঁৰ পালি কেইজনহে এখোপ চৰা।

কোনোৱে এটা ৰাতিও শান্তিৰে শুব নোৱাৰে।

১ম প্ৰহৰী—অইনৰ নো কি কব, দেখো নিজৰ ভনীয়েক আৰু বৈনায়েককে একেবাৰে লোহা লগাই অন্ধকাৰ কাৰাগাৰত পেলাই থৈছে। ধেৎ কটা, লাজো নাই।

২য় প্ৰহৰী—বেচিকৈ নিং নিং নিঞ্জঁৰিবি। কংসৰ চেলা কেইটাই শুনিব লাগিলে খিতাতে ঘৈণীয়েৰৰ কপালৰ সেন্দুৰ মচা যাব।

১ম প্ৰহৰী—এহ্ ইমান সহজে নমৰো দিয়াচোন।

মইও এবেলি শাৰি চাৰি চাম।

২য় প্ৰহৰী—বহ্ পেকপেকাই নেথাকিবি। সৌৱা মুষ্টিক এই পিনে আহিব ধৰিছে—সাৱধান।

( দুয়ো পহৰা দি থাকে। মুষ্টিক সোমাই আহে। প্ৰহৰী দুজনে প্ৰণাম জনায়। )

মুষ্টিক :— প্ৰহৰী, আছে কিবা নতুন সংবাদ।

১ম প্ৰহৰী—নাই বীৰবৰ। কিবা খবৰ থাকিলে এনে দোৰে দি আহিম নহয়।

মুষ্টিক :— বাহিৰত ধুমুহাৰ প্ৰবল গৰ্জ্জন উঠিছে।

কিবা অপায়-অমঙ্গল দেখিলে তত্তালিকে
মোক খবৰ দিবা।
২য় প্ৰহৰী—সেইটো আকৌ কব লাগিছেনে ?
কিবা এটা নতুন কথা জানিব পাৰিলেই
আপোনাক জনাই থৈ আহিম।
আপুনি একেবাৰে নিশ্চিন্তে শুই থাকক।
আমি থকাত আপুনি কোনো অসুবিধাই নেপায়।
মুষ্টিক :— ভাল কথা।
তোমালোকে পহৰা দি থাকিবা।
কিন্তু সাৱধান যেন নিদ্ৰাত মগ্ন হৈ নেথাকা।
১ম প্ৰহৰী—ভাল কথা কৈছে।
নিদ্ৰা দেৱীক আমি একেবাৰে কৰবাত থৈ আহিছো।
অন্ততঃ ৰাতিৰ বেলিকা,
টোপনি বোলা বস্তুটোনো কি,
তাক আমাৰ চকুৱে নেজানে।
মুষ্টিক :— সুখী হলো।
( দৰজাৰ ফাকেৰে কাৰাগাৰৰ ভিতৰলৈ এবাৰ দৃষ্টি
নিক্ষেপ কৰে আৰু ওলাই যায়। )
২য় প্ৰহৰী—উহ্ কটা,
দিনৰ দিনটো বনৰীয়া মহৰ দৰে
দেখোন শিং খুচিয়েই ফুৰে,
ইহঁতৰ ৰাতিও চকুত টোপনি নাইনে ?

১ম প্ৰহৰী—এই যে আমাক এবাৰ নিৰীক্ষণ কৰি গ'ল,
ইয়াৰ পাছতহে গৈ
ভটুৰা কুকুৰটোৰ দৰে শুই থাকিব।
২য় প্ৰহৰী - এহ্ ভাই, আজি দিনৰ বেলাত
এখন্তেক শুবই নোৱাৰিলো,
চকু দুটা একেবাৰে মুদ খাই আহিব খোজে অ'।
নহলে এটা কাম কৰো দে,
মই নহলে অলপ শুই লও;
তাৰ পাচত তই অকণমান শুবি।
দুয়োজনে একেলগে
টোপনি ক্ষতি কৰি মৰো কেলেই ?
১ম প্ৰহৰীঃ- মোৰো গাটো ভাল লগা নাই।
বাৰু, তুমি অলপ শুই লোৱা। মই বাৰু পাচত
শুম।
২য় প্ৰহৰীঃ- কোনোবা আহিলে কিন্তু মোক মাতিবা দেই।
আৰু সেইপিনে অলপ নজৰ ৰাখিবা।
( ২য় প্ৰহৰী শুই পৰে )।
প্ৰবল বেগে ধুমুহা চেৰেকনি চলে।
১ম প্ৰহৰী লাহে লাহে বহি পৰে আৰু
অৱশেষত শুই পৰে। অলপ পাচতে কাৰাগাৰৰ
ভিতৰত কেচুৱাৰ কান্দোন শুনা যায়।
কাৰাগাৰ এটি আলোকেৰে আলোকিত হৈ উঠে।

দৈৱকীৰ কোলাত এটি শিশু দেখা যায়।
দেৱ-দুন্দুভি বাজি উঠে। পুষ্প বৰিষণ হয়।)

বসুদেৱঃ— দৈৱকী! দৈৱকী! ইকি স্বৰ্গীয় আলোকে
আলোকিত কৰি দিলে
অন্ধকাৰ কাৰা।
ইকি ঘনে ঘনে কঁপি উঠে বুকু
এতিয়া উপায়?

দৈৱকী:— নাথ, মাতা উচ্চ কণ্ঠে
ক'ত সেই ভয়হাৰী শ্ৰীমধুসূদন!

বসুদেৱ — নাৰায়ণ। নাৰায়ণ!
দীনৰ দয়াল
সুদৃঢ় প্ৰস্তৰ প্ৰাচীৰ ভাঙি
দেখা দিয়া ভক্তৰ আগত।

দৈৱকী:—সত্য কথা হয় যদি
দেৱতাৰ বাণী
তুমি জাগা নাৰায়ণ
সত্যৰ মহিমা
কৰাহি প্ৰকাশ।
(তৎক্ষণাত শঙ্খ, চক্ৰ, গদা. পদ্মধাৰী নাৰায়ণে
দেখা দিয়ে—বসুদেৱ দৈবকীয়ে কৃতাঞ্জলী কৰি 'প্ৰভু'
'প্ৰভু' বুলি অৱনত মস্তকে সেৱা কৰে।)

শ্ৰীকৃষ্ণ:— শুনা বসুদেৱ

শুনাহে দৈৱকী
পাপীক সংহাৰি
ৰক্ষাহেতু ধৰ্ম্মৰ মহিমা
জন্ম লভিলো মই
ধৰাৰ বুকুত।

বসুদেৱ :—নাৰায়ণ। নাৰায়ণ।
শতকোটি জন্মৰ তপস্যাৰ বলে।
নহয় তোমাৰ ৰূপ দৰশণ
দৈৱকী বসুদেৱ
জগতৰ শ্ৰেষ্ঠ ভক্ত নামে
আজি হ'ল খ্যাতিমান
বসুৰ ঔৰষে—দৈৱকী উদৰে
জন্মে আজি নিজে নাৰায়ণ
ধন্য হ'ল মোৰ মানবী জীৱন।

শ্ৰীকৃষ্ণ :— নহয় ঈশ্বৰ ৰূপে
পুত্ৰৰূপে কৰিবা বিচাৰ।
শুনা পিতৃ,
গোকুললৈ লৈ ব'লা মোক
নন্দ-যশোদাৰ ঘৰে
জন্মে যোগমায়া
এৰি অহা তুমি মোক
নন্দৰ গৃহত

লৈ আহা যোগমায়া
দিয়া আনি মাতৃৰ কোলাত

বসুদেৱ :— প্ৰবল প্ৰতাপে
বইছে পৱন
ফেনে ফোটোকাৰে
প্ৰবাহিতা যমুনা তটিনী
শৃঙ্খলিত হাত ভৰি মোৰ
লৌহ কপাটে বেৰি আছে পথ,
ভীমকায় প্ৰহৰীগণে
দিন ৰাতি ৰক্ষা কৰে দ্বাৰ
কোৱা নিৰঞ্জন,
কি উপায়ে প্ৰবেশিম
গোকুল নগৰ ?

শ্ৰীকৃষ্ণ :—ভাঙিব নিহল নিজে
খুলিব কপাট
যমুনায়ো আনন্দতে
এৰি দিব পথ
প্ৰহৰী চেতনাহীন
সকলো নিমাত
শঙ্কাঁৰ নাই প্ৰয়োজন।
যেতিক্ষণে নাহিবা ঘুৰি
কাৰাৰ ভিতৰ

সকলোৰে এনেভাৱে
হেৰাব চেতনা
( কৃষ্ণমূৰ্ত্তি অন্তৰ্দ্ধান। বসুদেৱৰ হাতৰ শিকলি খুলি পৰে। লৌহ কপাট খুলি যায়। দৈৱকীৰ কোলাৰ পৰা শিশুটো কোলাত লৈ বসুদেৱ আঁতৰি আহে। মেঘে গৰজে—বৃষ্টিপাত, প্ৰবল বেগে ধুমুহা বয়, বিজুলী চেৰেকণী মাৰে। লাহে লাহে সকলো নিস্তব্ধ হৈ পৰে। বৃন্দাবনৰ পৰা বাঁহীৰ সুৰ ভাহি আহে। ভক্ত কণ্ঠত স্তুতি গান শুনা যায়। )
চলে বসুদেৱ
কোলে লৈয়া শিশু
নন্দৰ ভূৱনে।
গৰজে বাদল
পৰে বাৰি ধাৰা
ছত্ৰ ধৰে নাগে
মূৰৰ ওপৰে
জম্বুকে দেখায় পথ।
যমুনা তটিনী
পথ যাচে নিজে
চলে বসুদেৱ ৰঙ্গে।
যশোদা সুন্দৰী
কোলে লৈয়া শিশু

চেতন হেৰাইয়া আছে।
লই যোগমায়া
কৃষ্ণক শুৱায়
যশোদা মাৰৰ কাষে।
ফিৰে বসুদেৱ
কন্যা শিশু লই
মথুৰাৰ পথ ধৰি
পুণৰ কাৰাৰ
ভিতৰ পশিলে
হৰি নাম মুখে ধৰি।

[ বাঁহী আৰু গানৰ সুৰ লাহে লাহে সুশুনা হয়। বসুদেৱ পুণৰাই যোগমায়াক কোলাত লৈ কাৰাগাৰলৈ সোমাই আহে। প্ৰকৃতি প্ৰকৃতিস্থ হয়। বসুদেৱৰ কোলাৰ পৰা দৈৱকীয়ে যোগমায়াক গ্ৰহণ কৰে। কাৰাৰ কপাট বন্ধ হয়। হাতৰ শিকলি লাগি ধৰে। ক্ষন্তেক পিচতে কাৰাৰ ভিতৰত কেচুৱাৰ ক্ৰন্দন শুনা যায়। প্ৰহৰী দুজনে ঘপহ্ কৰি উঠি পৰে আৰু কেচুৱাৰ ক্ৰন্দন শুনি থত্মত্ খাই উঠে। ]

১ম প্ৰহৰী—ককাই, তুমি বেগতে যোৱা। কাৰাগাৰৰ ভিতৰত দৈৱকীৰ পুত্ৰ জন্ম হৈছে। সংবাদটো ততালিকে দি আহাগৈ। নহলে মূৰ আৰু গলাৰ ওপৰত

নেথাকে।

২য় প্ৰহৰী—বাৰু মই আহো। ভাগ্যে লাৰ পাই আছিলো বোপাই ( ২য় প্ৰহৰী যায়। )

( ১ম প্ৰহৰীয়ে ইকালে সিকালে ঘূৰি পহৰা দিয়ে আৰু বাৰে বাৰে ২য় প্ৰহৰী যোৱা পথলৈ চাই থাকে। কিছু সময় পাচত কংস আৰু মুষ্টিক দৌৰি সোমাই আহে। ভেৰীৰ নিনাদে কংসৰ আগমণিৰ জাননী দিয়ে। )

কংস :— ক ত ক'ত সেই
দৈৱকীৰ অষ্টম সন্তান। ( কাবাৰ ভিতৰলৈ চায় )
এইয়া—দেখিছো—হাঃ হাঃ হাঃ
নিয়তি, চাই ল'
কেনেদৰে মচি দিওঁ
বিধাতাৰ লেখা
দৈৱকী বসুদেৱ,
দিয়া পুত্ৰ তোমাসাৰ।

দৈৱকী :— দাদা, পুত্ৰতো নহয় এইয়া
কণ্যা সন্তান জন্মিছে গৰ্ভত।

কংস :— কণ্যা সন্তান ?

দৈৱকী :— এৰা কণ্যা সন্তান।

কংস :— কিন্তু দৈৱবাণীয়ে সিদিনা শুনালে মোক
"এহিব অষ্টম পুত্ৰে তোৰ লৈৰে প্ৰাণ"

তেনেহলে ? ইকি ছলনা দৈৱৰ ?

দৈৱকী :— নিশ্চয় ছলনা দৈৱৰ ।
মোৰ কন্যাহস্তে
ভয় তব নাই মৰণৰ ।
এটা এটা কৰি
ছয় পুত্ৰ মোৰ
কৰিলা নিধন
কন্যা শিশু ইটি
দিয়া দান দাদা
তাকে চাই দৈৱকীয়ে
পাহৰিব শোক ।
অযথা শঙ্কাৰ নেদেখো কাৰণ
কন্যাজনী নহব কদাপি
তোমাৰ মৃত্যুৰ কাৰণ ।

কংস :— মুষ্টিক, ই কি প্ৰতাৰণা
অষ্টম শিশু দৈৱকীৰ
পুত্ৰীৰূপে লভিছে জনম ।

মুষ্টিক :— নিৰীক্ষণ কৰি
চোৱা মহাৰাজ
পুত্ৰ কিম্বা কন্যা হয়
দৈৱকী কোলাত ।

কংস :— এৰা, দৈৱকীয়ে কৰিছে ছলনা

ৰাক্ষসী—চাও তোৰ গৰ্ভজাত শিশু।

[কংসই আগবাঢ়ে দৈৱকীয়ে শিশুটো দাঙি ধৰি দেখুৱায়। কংস হুহকি আহে আৰু তথা লাগি আকাশলৈ চাই থাকে— হঠাৎ ওপৰত 'খিলখিল' হাঁহিৰ শব্দ শুনা যায়।]

কংস :— মুষ্টিক, অস্ত্র দিয়া—অস্ত্র দিয়া
নিয়তিৰ ক্রুৰ হাঁহি
বন্ধ কৰো চিৰদিনলৈ।

মুষ্টিক :— বুজিছো সকলো
নিশ্চয় এইটো দৈৱৰ ছলনা।
দানবৰ ধ্বংস হেতু
ষড়যন্ত্র কৰে দেৱতাই
ৰাজন্ মুহূৰ্ত্তও নকৰা পলম
শঙ্কা যদি হয় তব মনৰ মাজত
কৰা আজ্ঞা এই ভৃত্যক তোমাৰ
কাঢ়ি লৈ কালান্তক শিশু
চুৰমাৰ কৰি দিও
আফালি ধৰাত।

কংস :— কিন্তু, ইযে কন্যা শিশু।

মুষ্টিক :— পুত্র কিম্বা কন্যা নকৰো বিচাৰ
শত্রুৰ নাই সৰু বৰ
কালৰূপে ধৰা দিছে

ভগ্নীৰ গৰ্ভত
সময়ত হব ইয়াৰ মৃত্যুৰ কাৰণ

কংস :— এৰা, পৰিছে মনত
মহৰ্ষি নাৰদৰ বাণী
মোৰেই ধ্বংসৰ হেতু
দেৱ-দেৱী মিলি
জন্ম লয় নৰ দেহে
ধৰাৰ বুকত ।
পাষাণী দৈৱকী
দে তোৰ গৰ্ভজাত শিশু
মৰিমুৰ কৰি দিও
এটি আঘাটত ।

দৈৱকী :—দাদা,
ক্ৰোধ-বহ্নি দূৰ কৰি
চোৱা এটিবাৰ মোৰ মুখ লৈ ।
কন্যাৰত্ন ভাগিনী তোমাৰ
সুকোমল নাৰী শিশু বধি
নকৰিবা কলঙ্কিত
মথুৰা নগৰী ।

কংস :— কংস আজি কালান্তক যম
দয়া-মায়া কৰি বিসৰ্জন
পৃথিৱীৰ অভিশাপ

মুৰ পাতি লৈ
দানৱ কংসই আজি
বজ্ৰ নিনাদেৰে
দানৱৰ জয়বাৰ্ত্তা কৰিব ঘোষণা ।
দে তোৰ গৰ্ভজাত শিশু
চূৰ্ণীকৃত কৰো মই
ধৰাৰ বক্ষত ।
দৈৱকী :—অগ্ৰজ সমীপে
দুখিনীৰ এটি ভিক্ষা মাথো
নহব পূৰণ ?
কংস :— পাহৰিলি প্ৰতিজ্ঞা নিজৰ ?
দৈৱকী :—প্ৰতিজ্ঞাই জানো
কাঢ়ি নিব অন্তৰৰ
নিৰ্ম্মম আঘাট ?
কংস :— বসুদেৱ, নিৰ্ব্বাক কিয় ?
পাহৰিলা তুমিও সেই সত্যবাণী ?
বসুদেৱ :—ৰাজন্,
প্ৰতিজ্ঞা পালন মোৰ
জীৱনৰ ব্ৰত ।
স্নেহকীয়া মোহৰ পাশত
শঙ্কিত নহয় হৃদয় ।
কংস :— তেন্তে, এয়ে জানো পৰিচয় তাৰ ?

বসুদেৱ :—দৈৱকী, চিণ্ডি দিয়া মায়াৰ বান্ধোন।

(মুখ ফিৰাই নিয়ে)

দৈৱকী :—দাদা, তাৰ আগে বধ কৰা ভগ্নীক তোমাৰ

সকলো জ্বালা-যন্ত্রণাৰ

হ'ক অৱসান।

কংস :— দৈৱকী. বিলম্ব নসহে আৰু

উত্তেজিত নকৰিবা মোক।

দৈৱকী :— নাৰায়ণ—

এতিয়াও আছা স্থিৰ হই

জননীৰ বুকুৰ পৰা

আজুৰি সন্তান

কঠোৰ আঘাটত

সুকোমল লনীৰ পুতলা

কৰে চূৰ্ণীকৃত

তথাপিও তোমাৰ

নলৰেনে স্থিৰিৰ আসন ?

কংস :— আহ্—মুষ্টিক।

ভাঙি দিয়া, খুলি দিয়া কাৰাৰ

লৌহ কপাট।

(মুষ্টিকে লৌহ কপাট খোলে। কংসই কাৰাৰ ভিতৰত সোমাই দৈৱকীৰ বুকৰ পৰা শিশু আজুৰি টানি লৈ আহে। কেচুৱাৰ ক্রন্দন শুনা যায়। লগে

লাগে দৈৱকীয়ে 'ভগৱান' 'ভগৱান' বুলি ভীষণ ভাৱে চিঞৰি পৰি যায়। বসুদেৱে 'নাৰায়ণ' 'নাৰায়ণ' বুলি ওপৰলৈ হাতযোৰ কৰে। পৃথিৱী কঁপিবলৈ ধৰে—ভীষণ গৰ্জ্জন শুনিবলৈ পোৱা যায়। কংসই 'যোগমায়াৰ' ভৰিত ধৰি প্ৰস্তৰ খণ্ডত আঘাট কৰিবলৈ ওপৰলৈ ডাঙি ধৰোতেই 'যোগমায়া' ওপৰতে অন্তৰ্দ্ধান হয়। কংস আৰু আন সকলোৱে ওপৰলৈ চাই থাকে। ওপৰৰ পৰা ধ্বনিত হয়)

"শুন হেৰ দুৰ্ম্মতি কংস
বধ কৰি দৈৱকীৰ গৰ্ভজাত শিশু
নেপাবি নিস্তাৰ তই মৰণৰ পৰা
তোৰ পূৰ্ব্ব বৈৰী প্ৰভু নাৰায়ণ
অৱতাৰ ধৰিছে ধৰাত।"

(প্ৰকৃতিৰ গৰ্জ্জন. ক্ষণে অন্ধকাৰ ক্ষণে আলোক সঞ্চাৰ)

কংস :- মুষ্টিক। মুষ্টিক।
সৌ দাবানল জ্বলে দূৰ দিগন্তৰ।
প্ৰলয়- মহাপ্ৰলয়ৰ হ'ল আৰম্ভণ শুভ্ৰ ধূম্ৰই ঘেৰিছে মেদিনী। পলোৱা—পলোৱা—প্ৰজ্বলিত ধ্বংস ধৰণী।

(পলায়ন)

(মঞ্চ অন্ধকাৰ হয়—পট পৰে)

## ৪র্থ দৃশ্য

[ দাবানল গোৱালৰ ঘৰৰ বাহিৰ ভাগ। সময় ৰাতি, পূর্ণিমাৰ জোনাক আগচোতালত পৰিছে। দূৰৰ পৰা শ্ৰীকৃষ্ণৰ ভূৱন ভূলোৱা বাঁহীৰ সুৰ ভাহি আহিছে। কুটিৰৰ ভিতৰত এটি শিশুৰ ক্ৰন্দন ধ্বনি শুনা যায়। দাবানলে ঘৰৰ ভিতৰতে শিশুক নিচুকাবৰ চেষ্টা কৰে। শিশুৰ কান্দোন বন্ধ হয়। দাবানলে হাতত লাঠি এডাল লৈ ওলাই আহে। মনত এটা চিন্তাৰ বেঙণি। চাৰিওফালে ঘূৰি-পকি চায়। অলপ দূৰৰ পৰা বোষানলে মাতে। ]

বোষানল—( ভিতৰৰ পৰা ) অ' বোলো দাবানল কাই ঘৰত আছানে ?

দাবানল— কোন হে ?

বোষানল—মই বোষানল।

দাবানল— আহা— আহা।

( বোষানল বৰ কাতৰ ভাৱে সোমাই আহে। )

বোষানল—বৰ চিন্তাৰ বিষয় হৈছে বুইছা দাবানল ককাই। এনেহলে আক সমাজ ৰসাতলে গ'ল।

দাবানল— কিনো হ'ল ? ইমান বিতত হৈছা কেলেই ?

বোষানল—কি বিতত হোৱাৰ কথা কৈছা দাবানল কাই ? কোৱা যে মই এতিয়াও পাগল হোৱা নাই কিয় ?

দাবানল— আহ্‌ তুমি আচল কথা নোকোৱা, কিবা পাগল্‌ হোৱাৰ কথা কোৱা হে। ইমান কথা শুনিবলৈ মোৰ সময় ক'ত ? মই বোলে নিজৰ চিন্তাত দহি-পুৰি মৰিব লাগিছো— এওঁ আকৌ আহিল পাগল হবলৈ। হেৰা, কিবা বিপদত পৰিছা যদি নিজৰ ঘৰতে আলাপ-আলোচনা কৰাগৈ।

বোষানল—কি কোৱা ককাই—আলাপ আলোচনা কৰিম কাৰ লগত ?

দাবানল—ঘৰৰ জনীৰ সৈতে কৰাগৈ।

বোষানল—তাইৰ কথাকে কম বুলি আহিছো।

দাবানল— ওঁ, তোমাৰ পিঠিত হব পায় ডুটামান উত্তম-মধ্যম লগাই দিলে ?

বোষানল—সেইটোকে কৰিবলৈনো তাই আছে ক'ত ?

দাবানল— তুমিহে জানা। ( হঠাৎ বৈ ) অ' বৰা তোমাৰ জনী বিচাৰি পোৱা নাই নেকি ?

বোষানল- তাকেইতো তোমাক ইমান সময় কৈ আছো।

দাবানল—( চিন্তিত হৈ ) বোষানল।

বোষানল—ককাই।

দাবানল— কটা, কোনোবা ভিৰীচুৰ সোমাইছে।

বোষানল—তুমি হবলা এতিয়া গম পালা ? মধুবনত গৈ চাই আহা কি প্ৰেম নৃত্য চলিব লাগিছে।

দাবানল— মানে ?

বোষানল—আমাৰ নন্দৰজাৰ ঘৰত যে জন্মিছে কৃষ্ণ বোলা গোৱালীটো। উহ্ ককাই— কি কালান্তক ল'ৰা। শিকিয়াত তুলি মাখন অকণমানো থব নোৱাৰি— দলবল লৈ খাই পেলাই তহিলং কৰিব। যমুনাৰ পাৰত নাও এখন লৈ বহি থাকিব - গোৱালিনীসকলক যমুনা পাৰ কৰাৰ চলেৰে নাওখন তুলুং ভুটুং কৰি; হয় দৈ-মাখন পেট ভৰাই খাবলৈ দিয়া নহলে দিব এতিয়া নাও বুৰাই।

দাবানলঃ—সকলোৱে গৈ নন্দৰজাত আপত্তি কৰিলে হয় দেখো।

বোষানলঃ—কিমানবাৰ কোৱা হল। মাকে এদিন উৰালত কট্‌কটীয়াকৈ বান্ধি থৈছিল মহয়, বাপেকে উৰাল চোঁচৰাই নি অৰ্জ্জুন গছত ঠেকালে গৈ। এনেছে কালান্তক ল'ৰা, তোমাৰ উৰালৰ খুণ্ডাত অৰ্জ্জুন বোলে উফঁৰি পৰিল।

দাবানলঃ— কিবা মায়া বিদ্যা জানে নেকি হে বোষানল ?

বোষানলঃ—জানিব পাৰে বৰ অঘাইটং লৰা। সিদিনাখন আৰু যিটো কৰ্ম্ম কৰিলে ককাই, শুনি লাজতে নাক কাণ কটা হোৱা যেনহে লাগিল।

দাবানলঃ—কেনে ? কিবা আপচু কৰ্ম্ম নেকি ?

বোষানলঃ- কিনো কবা, আমাৰ মাইকী বিলাকৰো দোষ আছে দিয়া ককাই। গোপ-বধু বিলাকে বোলে

পাৰত কাপোৰ কানি থৈ যমুনাৰ পানীত নামি গা-ধুবলৈ ধৰিছিল। কেনেবাকৈ পালে খবৰ কলীয়াই। বাপেকে গোটেই লোপা কাপোৰ কানি মহটিয়াই লৈ কদম্ব গছত উঠি বাঁহী বজোৱাত লাগিল। ইপিনে নাৰী সৱে দেখে পাৰত কাপোৰ নাই, কলীয়াই গছৰ ওপৰত তুলিছে গৈ। কাপোৰ খুজিলে কয় বোলে পানীৰ পৰা উঠি আহি লৈ যোৱা। এতিয়া পানীৰ পৰা সিহঁত উঠে কেনেকৈ বিবস্ত্ৰ শৰীৰে ?

দাবানল :—মুখ টিপিলে কোঁৱাৰীৰে দুগ্ধ বাহিৰ হোৱা ফঁকলীয়া লৰাটোৰে ইমান সাহ নে ?

ৰোষানল : সাহ মানে বিষম সাহ। ই ক'ৰবাত কিবা কৰিছে এৰিব। আজি আকৌ শুনিলো, কিবা মোহন বাঁহী বজাই গোটেই মাইকীবিলাকক মধুবনত থুঁপ্ খুৱাইছে গৈ। কিবা বোলে ৰাস-নৃত্য পাতিছে।

দাবানল :—তোঁ, তেনেহলে মোৰো জনী তালৈকে গৈছে।

ৰোষানল :—ককাই, নবৌ ঘৰত নাই নেকি ?

দাবানল :—মই তোমাক লাজতেহে কোৱা নাই। ৰাতিখন এই লাঠিদাল লৈনো কেলেই ওলাইছো।

ৰোষানল :—হ'ক হ'ক, তথাপি কবলৈ হব যে তোমাৰ জনীও গৈছে। কি নাক কাণ কটা যোৱা কথা ককাই।

দিন কাল যব বেয়া হ'ল। ব'লা দুয়ো একেলগে যাওগৈ। লাঠিৰে আজি গৰু কোবোৱাদি কোবাই লৈ আহিম।

দাবানল :—বৰা, দুৱাৰখন বান্ধি থৈ আহোঁ। কোনোবা পাকেদি আহি তাই ঘৰত সোমাই থাকিব পাৰে।

(দাবানলে ঘৰৰ দুৱাৰ বান্ধে আৰু দুয়ো ওলাই যাবলৈ ধৰোঁতেই ভিতৰত ল'ৰাটোৱে কান্দি উঠে।)

দাবানল — উহ্ কি বিপদখন হ'ল চোৱাচোন। এতিয়া ল'ৰাকে পহৰা দিও নে তাইকে বিচাৰি যাওঁ। বোষানল, তুমি অলপ ৰ'ৰা দেই।

[দুৱাৰ খুলি ভিতৰ সোমায় আৰু ভিতৰতে ঘৈণী-য়েকৰ লগত তৰ্কাতৰ্কি হয়। বোষানলে কাণ পাতি শুনে।]

দাবানল— হোঁ তুমি ক'ৰপৰা ওলালা আহি।

মালতী :—মই দেখো ইয়াতেই শুই আছো।

দাবানল— ক'তা, মই দেখো তোমাক বিচাৰি পোৱা নাছিলো।

মালতী :—কিনো কয় হে। কৰবাত গাঞ্জা-ভাং খাই আহিল নেকি ?

দাবানল - মইনো চকু দুটা পুৰি খালোনে ? তেতিয়াৰ পৰাই দেখো তোমাক বিচাৰিয়েই পোৱা নাছিলো।

মালতী :—তেনেহলে আপুনি চকু দুটা হাতত লৈ আছিল নেকি ?

দাবানল— শুন হে বোষানল। (ওলাই আহি) তুমিয়েই কোৱা-

চোন, মই তেতিয়াৰ পৰাই তাইক জানো বিচাৰি পাইছো ।

মালতী :—( ওলাই আহি ) মই কিবা গৰু-ছাগলী নেকি যে মোক পথাৰত বিচাৰি ফুৰিব লাগে । মাইকী মানুহ ঘৰত সোমাই আছো, বাতিখন পথাৰে পথাৰে ঘুৰি ফুৰিম নে ?

দাবানল— বোবানল, তুমি দেখো একো নেমাতাহে ?

বোবানল—মইনো কি মাতিম । মোৰ লগত তুমি বাহিৰতহে বিচাৰিছা । ঘৰৰ ভিতৰৰ কথানো মই কেনেকৈ কওঁ ।

মালতী :—তুমিয়েই কোৱাচোন বোবা, এই ৰাতিখন মাইকী মানুহ এজনীক ঘৰত নিবিচাৰি কোনোবাই পথাৰত বিচাৰি ফুৰে নেকি ?

বোবানল—হয়তোন্ । ককাইটিয়ে কিবা ভুল কৰিলে হবপায় ।

দাবানল— মোৰ ভুল হব মোৱাৰে । নিশ্চয় তাই কোনোবা পাকেৰে ঘৰত সোমাইছে ।

বোবানল—তুমিহে অদ্ভুদ কথা কৈছা দাবানল ককাই । আমি মানুহ দুজন দেখো বাহিৰতে কথা পাতি আছো । তাৰোপৰি দুৱাৰখনো বাহিৰৰ পৰা বান্ধি থৈছা ।

দাবানল— ( অলপ তলকা মাৰি ) হয় দিয়া, মোৰে কিবা ভুল হৈছিল ।

বোবানল—তুমিও ভাল মানুহ ককাই । ঘৰৰ ভিতৰত ভালকৈ চোৱাই নাই, ইপিনে লাঠি লৈ বাহিৰত বিচাৰিব

ওলাইছা ।

মালতী ঃ—আজি তুমি আছিলা বুলিহে, নহলে যে মোক কিমান অপযশ দিলেহেঁতেন । ( কান্দোনৰ সুৰত ) হোৱাই নোহোৱাই এনেকৈ মোক হানি-খুচি থাকে । (কান্দে)

দাবানল— এহ্ তুমি আকৌ এই ৰাতিখন কি বিননি ধৰিলা ।

ৰোষানল—হৈছে নবৌ, এতিয়া আৰু কান্দিব নেলাগে । কিবা এটা ভুল হৈছিল— হ'ল আৰু । তাতে আৰু লাগি থাকিবানে ?

মালতী ঃ—তেনেহলে কিয় এনেকৈ অপযশ দিয়ে । মই দুটা লৰাৰ মাক হলো; এতিয়া আকৌ এইবোৰ কথা কলে মোৰ বাৰু লাজ নেলাগেনে ?

ৰোষানল—হয়তো, এইবিলাক জানি শুনি ক'ব নেপায় । সিপিনে আকৌ মোৰ জনীও বিচাৰি পোৱা নাই । নবৌ, কৰবাত তাইক দেখিছিলা নেকি ?

মালতী ঃ—মই ঘৰত সোমাই আছো— কেনেকৈ দেখিম ।

ৰোষানল—হয়তো, তুমি ঘৰত আছা যেতিয়া ক'ত দেখিবা । মোৰে কিবা ভুল হৈছিল ।

দাবানল— তোমাৰ জনীও নিশ্চয় ঘৰতে আছে । তুমি ইপিনে আকৌ বাহিৰত বিচাৰি ফুৰিছা ।

ৰোষানল—হয় দিয়া ককাই । ঘৰৰ ভিতৰত ভালকৈ চোৱাই নহল । মোৰে কিবা ভুল হৈছিল । তাই ঘৰতে আছে যেন পাইছো ।

দাবানল— বোৱা এতিয়া ঘৰত বিচৰাগৈ । ঘৰত নেপালে এপাক আহি খবৰটো দি যাবা দেই ।

বোৱানল– বাৰু । ( বেগাবেগিকৈ ওলাই যায় । )

দাবানল :—বৰ সুন্দৰ জোনাক ৰাতি । আজি হবলায় পূৰ্ণিমা ।

মালতী :—আজি পূৰ্ণিমা । সেইবা ভূৱন ভূলোৱা শ্ৰীকৃষ্ণৰ বাঁহীৰ সুৰ বাজি উঠিছে ।

দাবানল— সেই কলীয়া কৃষ্ণ – নন্দৰজাৰ পুতেক । সি বোলে কি অপকৰ্ম্ম বিলাক কৰি ফুৰে ।

মালতী :— কৃষ্ণ স্বয়ং ভগৱান । তেওঁৰ লীলা বুজা বৰ টান ।

দাবানল :– মাইকীবিলাকৰ জগত কি লীলা খেলা বিলাক কৰে হে ? মানুহে জানো এইবিলাক ভাল পায় ?

মালতী :—যিয়ে নবুজে তাৰেই এনে ধাৰণা । ভগৱানৰ অপাৰ লীলা । আমাৰ জীৱন ধন্য । স্বয়ং ভগৱানে গোৱালৰ ঘৰত জন্ম লৈছেহি ।

দাবানল :– কৃষ্ণ সচাঁকৈয়ে ভগৱান নেকি ?

মালতী : কৃষ্ণই স্বয়ং ভগৱান । বালক কৃষ্ণৰ অলৌকিক কাৰ্য্য আপুনি জানো দেখা নাই ? তেওঁৱেই অঘাসুৰ, বকাসুৰ পুতনা ৰাক্ষসীক বধ কৰি শান্তি স্থাপন কৰিছে । গোবৰ্দ্ধন পাহাৰ ধাৰণ কৰি ইন্দ্ৰৰ ৰোষাগ্নিৰ পৰা সকলোৰে প্ৰাণ বচাইছে ।

দাবানল :—গোপীসকলক নো এনেকৈ উৎপাত কৰি ফুৰে কিয় ?

মালতী :—সেইয়া ভক্ত আৰু ভগৱানৰ ক্ৰীড়া মাত্ৰ। পৰমাত্মাই আত্মাক সদায়েই আকৰ্ষণ কৰে। আহক, সেই নন্দ-দুলাল শ্ৰীকৃষ্ণলৈ আমাৰ ভকতি প্ৰদীপ আগবঢ়াও। [ মালতী ভিতৰ সোমায়। দাবানলে গুণ গুণকৈ মনতে কিবা মাত্তি আঠুকাৰি ভগৱানক সেৱা কৰে। প্ৰলম্ব আহি সন্মুখত ঠিয় হয়। দাবানলে সেৱা কৰি উঠি প্ৰকাণ্ড দৈত্য এজন দেখি উচ্ছাপ্ খাই উঠে।

দাবানল— হে, তুমিয়েই নেকি বোপা নন্দ-দুলাল শ্ৰীকৃষ্ণ ?

প্ৰলম্ব — মই প্ৰলম্বাসুৰ। কংস ৰজাৰ সেনাপতি।

দাবানল—হ'ক হ'ক—বৰ ভাল কথা। মই আকৌ নন্দ-ৰজাৰ ফুঁপলীয়া অঘাইটং লৰাটো বুলিহে ভাবিছিলো। কিবা সকামত নে এনেয়ে আহিল ?

প্ৰলম্ব— তোমাৰ স্ত্ৰী মালতী ক'ত ?

দাবানল—আছে। তাইক শাস্তি দিম নহয় এতিয়াই। আপোনাক হব পায় কিবা গালি-গালাজ কৰিছে। মই জানো, তাইৰ স্বভাৱ ভাল নহয়। এই ৰাতিখন অলপ আগতে আহি ঘৰ সোমাইছেহি।

প্ৰলম্ব— মহাৰাজ কংসৰ আদেশ মালতীক ধৰি লৈ যাব লাগে।

দাবানল-- আপুনি মিছাকৈয়ে কষ্ট খালে। মোক খবৰটো দিলে ময়েই চুলিত ধৰি টানি চোচৰাই নি থৈ

আহিছে হৈছেন।

প্ৰলম্ব— তোমাৰ কষ্ট কৰাৰ কোনো দৰকাৰ নাই। মই ৰথ লগতে লৈ আহিছো। তুমি তাইক পঠাই দিয়া।

দাবানল— ৰজাই তাইক কিবা শাস্তি দিব নেকি ?

প্ৰলম্ব — শাস্তি দিব কিয় ? উপহাৰ দি পঠাব।

দাবানল— তেনেহলে মোৰ শাস্তি ফেৰা আগতে দি লওঁ; তাৰ পিচত আপুনি লৈ যাব আৰু উপহাৰ ফেৰা দি পঠাব।

প্ৰলম্ব— বিলম্ব নকৰিবা। তৎক্ষণাত তাইক ঘৰৰ পৰা বাহিৰ কৰি লৈ আহা। নহলে মই জোৰ কৰি ঘৰৰ পৰা টানি লৈ আহিম।

দাবানল— নেলাগে, মই থাকোতে আপুনি কষ্ট কৰিব লাগিছে কেলেই। মই এতিয়াই লৈ আহিম।

[ দাবানল ঘৰৰ ভিতৰত সোমাই যায়। অলপ পাচতে মালতীয়ে "আই ঔ মৰিলো ঔ" বুলি চিঞৰে। দাবানলে হাতত এখন ৰঙা তেজ লাগি থকা চুৰি লৈ ওলাই আহে। আন হাতত এদাল প্ৰজ্বলিত মহতা ]

দাবানল— ( ঘৰলৈ মুখ কৰি ) আহ্ এতিয়া ওলাই আহ্। তোক কংস ৰজাৰ ওচৰলৈ পঠিয়াই দিওঁ।

( মালতী 'মৰিলো ঔ— মৰিলো ঔ' বুলি ওলাই আহে। নাকটো তেজেৰে ৰাঙলী, তপ্ তপ্ কৈ

তেজ ওলাই আছে। গোটেই মুখখন তেজ লাগি বগা পৰি আছে।)

মালতী:—আই ওঁ, মোৰ নাকটো কাটিলে—· মোৰ মুখখন কাটিলে। মই মৰিলো ওঁ— মৰিলো।

দাবানল— লৈ যাওক তাইক কংস ৰজাৰ ওচৰলৈ। ভাল উপহাৰ দি পঠাব ৰজাই।

(প্ৰলম্বই দৃশ্যটো দেখি হতবম্ব হৈ পৰে আৰু তৎ-ক্ষণাত সেই স্থান পৰিত্যাগ কৰে। আৰু যোৱাৰ আগতে চাবুকেৰে দাবানলৰ পিঠিত এটি আঘাট কৰে। দাবানল পৰি যায়।)

দাবানল:—(লাহে লাহে উঠে) মালতী!

মালতী:— (ইপিনে সিপিনে চাই) মোক ৰক্ষা কৰিবলৈ গৈ আপুনি যন্ত্ৰণা ভুগিব লগা হ'ল। আহক, ভিতৰলৈ আহক। অলপ গাটো পিহি দিওঁ।

দাবানল:— নাই মালতী, মোৰ একো হোৱা নাই। দ্বিতীয়বাৰ প্ৰহাৰৰ ভয়তহে মই মাটিত পৰি গৈছে।

মালতী:—সকলো প্ৰভু ভগবানৰ ইচ্ছা।

দাবানল: —এটি প্ৰহাৰৰ আঘাট মোৰ মানত একোৱেই নহয়, মোৰ আনন্দ লাগিছে, মই যে তোমাৰ সতীত্ব ৰক্ষা কৰিব পাৰিলো!

(দৌৰি ৰোষানল সোমাই আহে।)

ৰোষানল:—দাবানল ককাই, মোৰ জনীও ঘৰতেই আছে। হেঃ হেঃ

দাবানল :— বৰ ভাল কথা। হেঃ হেঃ হেঃ

ৰোষানল :—( মালতীৰ মুখলৈ চাই ) ইকি। নবৌৰ মুখত তেজ লাগিল ক'ৰ পৰা ?

মালতী :— তেজ নহয় দেৱৰ। নাকে মুখে সেন্দুৰ সানিছো।

ৰোষানল :— কেলেই ?

দাবানল :—কংস ৰজাৰ লোক আহিছিল—এওঁক ধৰি নিবলৈ। উপায় নেপাই উপস্থিত বুদ্ধি খটালো। নাকটো মই নিজে কটাৰ ভাও দি নাকে মুখে সেন্দুৰ গুলি ঘহি দিলো।

( সকলোৰে হাঁহে )

ৰোষানল :—বৰ ভাল কৰিলা। মইও মোৰজনীক ক'লা বং এসোপা মুখত সানি দিও নেকি ?

মালতী :—নেলাগে। গোকুলত কৃষ্ণৰূপে স্বয়ং ভগবান অৱতাৰ হৈছে। তেৱেঁই দুষ্টক দমন কৰিব।

( পট পৰে )

## ৫ম দৃশ্য

[ কংসৰ মন্ত্ৰণা কক্ষ। কংসই বৰ চিন্তান্বিত হৈ ইফালে সিফালে ঘূৰা ঘূৰি কৰি আছে। ওচৰতে চানূৰ বৈ আছে। ]

কংস :— চানূৰ।
এটি এটি কৰি
সকলো প্ৰয়াস
ব্যৰ্থ হৈ গ'ল।
নোৱাৰিলো তথাপিও
বধিব শত্ৰুক।
অহৰ্নিশে চিন্তাই
মোক কৰিছে ব্যাকুল
উতলা মস্তিস্ক লৈ
জাগ্ৰত ৰজনী কৰিলো যাপন
চকু মুদিলেই
দেখো সন্মুখত
শত্ৰুৰ মুৰ্ত্তি ভীষণ
কাল-চক্ৰই যেন
বধিবলৈ মোক
পিচে পিচে কৰিছে ধাৱন :

বিভীষিকা মাত্র দেখো সন্মুখত
প্ৰলয়ৰ নাচ নাচি
অকাল মৃত্যুই যেন
গ্ৰাসিবলৈ খোজে পলে পলে ।

চানূৰ : ৰাজন্ !
অনৰ্থক চিন্তাৰ নাই
প্ৰয়োজন,
জীয়াই থকোতে ভৃত্য
চানূৰ মুষ্টিক
জীয়াই থাকোতে মহাবীৰ
প্ৰলম্ব অসুৰ
কাৰ সাধ্য কংস নৃপতিৰ
কেশাগ্ৰও কৰিব স্পৰ্শণ ।

কংস : জানো মই ভালদৰে
তোমালোক মহামিত্ৰ মোৰ ।
জানো মই—
প্ৰলম্ব, মুষ্টিক চানূৰ
ষোল্ল, টোষল্ল আদি বীৰ
থাকোতে জীয়াই
দানৱৰ গৌৰৱ প্ৰদীপ
নিৰ্ব্বাপিত কৰিবলৈ কাৰো সাধ্য নাই ।
তথাপিও—

দুস্বপ্নৰ বিভীষিকাই
মৰ্ম্মাহত কৰে মোৰ পাষাণ হৃদয়
অজানিত ভীতিৰ সঞ্চাৰে
মন মোৰ কৰে বিয়াকুল
কোৱা চানূৰ,
ধ্বংস জানো হব সঁচাকৈয়ে
শত্ৰু দানবৰ !

চানূৰ : শুনা হে ৰাজন্
মিছা দৰ্প, মিছা অহঙ্কাৰ
দেৱতাৰ অঙ্গৰ ভূষণ ।
জাগে যদি ঐক্যভাৱে
দানবৰ দল
দেৱতাৰ ষড়যন্ত্ৰ
ধূলিস্যাত কৰি
দানবৰ জয়ধ্বজা
উৰিব গৌৰৱে ।

কংস : সেই আশা বান্ধি হৃদয়ত
তৰি দিলো দিঙ্গা
মহা জলধিত
কিন্তু কাল ধুমুহাই
ভেটি ললে পথ
দুৰ্ব্বাৰ শক্তিৰে

ধুমুহাৰ গতি ভেদি
পাৰ পাম বুলি
বিচক্ষণ চালক
কৰিলো নিয়োগ
কিন্তু হায়! সকলো নিস্ফল।
অৰিষ্ট, পূতনা, কেশী
আৰু যত বীৰ-বীৰঙ্গনা
সকলোটি লয় হ'ল
কালৰ গৰ্ভত।
নুবুজিলো কি শক্তি
পৰাভূত কৰে মোৰ
দানৱ বাহিনী
(দ্বাৰ ৰক্ষীৰ প্ৰবেশ।)

দ্বাৰ ৰক্ষী : (প্ৰণাম কৰি) মহাবীৰ মুষ্টিক
বৈ আছে দ্বাৰত
পাব খোজে ৰাজ দৰশণ।

কংস : এৰি দিয়া পথ
স-সন্মানে লৈ আহা
মন্ত্ৰণা কক্ষত।
(দ্বাৰ ৰক্ষী যায় আৰু মুষ্টিক বিষণ্নমনে সোমাই আহে।)

মুষ্টিক : প্ৰণামিছো ৰাজ চৰণত।

কংস : মুষ্টিক,

কিয় দেখো বিষণ্ণ বদন ।
কোৱা, পালা জানো
শত্রুৰ সম্ভেদ ?

মুষ্টিক : ৰাজন,
অতিকে অশুভ বাৰ্ত্তা
কৰিছো বহন ।

কংস : অশুভ বাৰ্ত্তা ?
এতিয়াও শত্রুৰ নেপালা সম্ভেদ ?
নোৱাৰিলা দানৱক
কৰিব নিষ্কণ্টক ?

মুষ্টিক : সচাকৈয়ে দানব আজি অতিকে লাঞ্ছিত ।
দানব গৌৰৱ
বীৰ প্ৰলম্ব
জগতৰ পৰা মাগিলে বিদায় ।

কংস : মৃত্যু হ'ল বীৰ প্ৰলম্বৰ ?
মুষ্টিক—মুষ্টিক
ইকি নিদাৰুণ বাৰ্ত্তা কৰিছা বহন
কংসৰ বীৰ সেনাপতি
প্ৰলম্ব কেশৰী
ধাৰাশায়ী শত্রুৰ হাতত ?
মুষ্টিক ! কোৱা শীঘ্ৰে
কোন শত্রু সিটো

কিবা নাম তাৰ ?

মুষ্টিক : ৰোহিনীৰ গৰ্ভজাত
নাম বলৰাম
গোকুল নিবাসী ।

কংস : চানুৰ, মুষ্টিক
সজোৱা সজোৱা শীঘ্ৰে
মোৰ দানৱ বাহিনী
সজোৱা ৰথ আদেশ শুনোৱা সাৰথিক
নিমিষতে পাব লাগে গোকুল নগৰী ।
ৰক্ষা নাই দুৰন্ত শত্ৰুৰ
পৃথিবীৰ বক্ষ ভেদ
চুৰমাৰ কৰি প্ৰস্তৰ পাহাৰ
পাত্ পাত্ কৰি দুৰ্ভেদ্য অৰণ্য
সাগৰৰ তলি উদঙাই
বিচাৰি উলিয়াম শত্ৰু দানৱৰ ;
খণ্ড খণ্ড কৰি কাটি
নিৰ্ম্মম শৰীৰ
উপযুক্ত প্ৰতিশোধ লৈ
ক্ষান্ত হব দানব কংসই ।

( হঠাতে নাৰদে 'নাৰায়ণ 'নাৰায়ণ' বুলি সোমাই আহে । )

নাৰদ : নাৰায়ণ ! নাৰায়ণ !

কংস :  কংসৰ প্ৰণিপাত কৰিবা গ্ৰহণ (সেৱা কৰে)

নাৰদ :  জয় যুক্ত হ'ক নৃপবৰ।
কোৱা হে ৰাজন,
কি কাৰণে উত্তেজিত
তনু-মন-প্ৰাণ ?

কংস :  মহৰ্ষি নাৰদ,
বিপদৰ ঘনঘোৰে
ঢাকিলে জীৱন
এটি এটি কৰি
মাগিলে বিদায়
দানবৰ সৈনিক প্ৰধান
কেশী, অৰিষ্ট, ধেনুক আৰু পুতনা ৰাক্ষসী
মহাবলী প্ৰলম্ব অসুৰ
একে একে লয় হল শত্ৰুৰ হাতত।
তথাপিও বুজিলো
শত্ৰুৰ ছলনা,
কিনোদৰে দানবক
পদে পদে কৰে পৰাভূত।

নাৰদ :  ৰহস্য— সকলো ৰহস্য
কালৰ কুটিলা গতি
জীৱনৰ কুঁহেলিকা
সকলোকে ৰহস্যই

বাখিছে আঁৰৰি।

কংস : কোৱা মুনিবৰ,
কিৰূপে ৰহস্যৰ যৱনিকা ভেদি
শত্ৰুক ধাৰাশায়ী
কৰিম ধৰাশ।

নাৰদ : ৰহস্যৰ মায়াময় খেলা
কৰিছে ৰচনা
তোমাৰেই ভাগিন দুজন।

কংস : ভাগিন দুজন ?
এটি এটি কৰি দৈৱকীৰ ছয়টি সন্তান
আফালি মাৰিলো ধৰণী বক্ষত।
কন্যাশিশু এটি মাত্ৰ
পালে পৰিত্ৰাণ
শূণ্য মাৰ্গে হ'ল অন্তৰ্দ্ধান
আকতো নেদেখো কোনো
ভগিনী সন্তান।

নাৰদ : সিকাৰণে কলো কংস
শত্ৰুৰ জন্ম, জাগৰণ
সকলোকে ৰহস্যই ৰাখিছে আঁৰৰি।
শুনা হে ৰাজন্!
কাৰাৰ লৌহ কপাটে
নোৱাৰিলে ভেটিব শত্ৰুক

ভাগিল নিহল নিজে
খুলিল কপাট
নিজপুত্ৰ লৈ বসুদেৱে
পালেগৈ ৰজনীতে
গোকুল নগৰ
নন্দ গৃহে ৰাখি
নিজৰ সন্তান
তুলি ললে যশোদাৰ
গৰ্ভজাত শিশু
সেই কন্যা শিশু
পালা তুমি দৈৱকী বক্ষত।

কংস : কিবা শক্তিৰে তেনে সেই
কন্যা সন্তানে
পালে পৰিত্ৰাণ,
শূণ্য মাৰ্গে হ'ল অন্তৰ্দ্ধান ?
সিও তেন্তে ৰহস্যৰ
লুকা-ভাকু খেলা ?

নাৰদ : সিও যে দৈৱৰ ছলনা
নাৰায়ণ আজ্ঞামতে,
জন্মে মাতৃ ভগৱতী
যশোদা উদৰে
যাৰ অস্তিত্বক তুমি

নোৱাৰিলা কৰিব হৰণ।

কংস : তেনেহলে,
দৈৱকীৰ সপ্তম সন্তান
বিনাশ পালে যিটো
গৰ্ভৰ ভিতৰে
সিও জানো ৰহস্যৰ মায়া ?

নাৰদ : সিও প্ৰৱঞ্চনা।
দৈৱকীৰ গৰ্ভ শূণ্য কৰি
সঞ্চাৰিলে ৰোহিণী গৰ্ভত
বিষ্ণু অংশে জন্মে বলৰাম
ৰোহিণী তনয়।
এই দুই ভাগিন তোমাৰ
পাৰা যদি কৰিব নিৰ্ম্মূল
মৰণৰ পৰা তুমি
পাবা পৰিত্ৰাণ।

কংস : উত্তম উপায় ;
হে মুনিবৰ
যাছিছে প্ৰণিপাত
নিৰ্ব্বোধ কংসই
কৰা আশীৰ্ব্বাদ (সেৱা কৰে)

নাৰদ : জয়যুক্ত হ'ক অভিযান
দুৰ্গতিৰ হ'ক নিৰ্বান্।

নাৰায়ণ ! নাৰায়ণ ! ( প্ৰস্থান )·

কংস : শুনা চানূৰ— মুষ্টিক
ছলে-বলে অথবা কৌশলে
কৰিব লাগিব শত্ৰুৰ নিধন ।

মুষ্টিক : দানবৰ অভিযান
হ'ক আৰম্ভণ
ৰুদ্ৰমূৰ্ত্তি ধৰি
বজ্ৰ নিনাদে
মুক্ত অসি হাতে হাতে তুলি
প্ৰভঞ্জন সম
বিদাৰি বসুধা বক্ষ
শত্ৰুক কৰিম অন্বেষণ ।

চানূৰ : বিশ্ব ব্ৰহ্মাণ্ডত
এনে শক্তি নাই
ব্যৰ্থ কৰে দানবৰ
এই অভিযান ।
প্ৰজ্বলিত কৰি বহ্নি
এটি দিগন্তৰ পৰা
অন্যটি দিগন্ত
পুৰি দেই ছাই কৰি দিম
চাম কোনে ৰক্ষা কৰে
দানব শত্ৰুক ।

কংস : মাভৈ মাভৈ ৰবে
জগাই তোলা আজি
দানব বাহিনী,
দানপতি অক্ৰুৰক
সুসজ্জিত ৰথ সমে
পঠিয়াম গোকুল নগৰ
আনিবলৈ শত্ৰু দুজনক।
চানূৰ, মুষ্টিক ;
ধনুৰ্যাগ মহোৎসৱ
হ'ক আৰম্ভণ
ৰাম-কৃষ্ণ যেন্নে
প্ৰবেশিব মথুৰা নগৰ
অক্ৰুৰ সহিতে
ছলে চক্ৰান্তে
যজ্ঞশালা মাজে
কৰিম নিধন।
চানূৰ : তাতো যদি নহয় নিৰ্ম্মুল
দানৱৰ শত্ৰু ভয়ানক
দ্বিতীয় কৌশলৰ
কৰা আয়োজন।
কংস : তাতো যদি ৰক্ষা পৰে
নিৰ্ম্মম শতৰু

তোৰণ দ্বাৰত থৰা
হস্তী কুৱলয়
উন্মত্ত হস্তীৰ
একে আঘাটত
শতকৰ উৰি যাব প্ৰাণ ।

মুষ্টিক : হে ৰাজন্
মল্লযুদ্ধৰ কৰা আয়োজন
যুজিব চানূৰ মুষ্টিকে,
ভীম প্ৰভঞ্জনে
হানিম আঘাট
শত্ৰু শৰীৰত ।
নাই এনে বীৰ
পৃথিৱী মাজত
মল্লযুদ্ধ কৰি
পাব অব্যাহতি
চানূৰ মুষ্টিক সমে ।

কংস : তেনে, সুসজ্জিত কৰা ৰঙ্গশালা
মল্লযুদ্ধ প্ৰত্যক্ষ সংগ্ৰামৰ
হ'ক আয়োজন ।
দুই ভাই ৰাম কৃষ্ণ
দানবৰ অৰি দুইজন
যি মুহূৰ্ত্তত প্ৰবেশিব

ৰঙ্গশালা মাজে
চানূৰ মুষ্টিক বীৰ
হব অগ্রসৰ ।
মল্লযুদ্ধে কৰি পৰাজিত
দানব শত্রুক
খণ্ড-বিখণ্ড কৰি
সুদৃঢ় শৰীৰ
মিহলাব ধূলিৰ জগত
ব্যৰ্থ হব ষড়যন্ত্র ভীৰু দেৱতাৰ
দানবৰ গৌৰৱৰ
গিৰি হিমাচল
অটুত অক্ষয় হৈ
সগৌৰৱে দানবৰ
বীৰত্বৰ কৰিব প্ৰকাশ ।

মুষ্টিক : তযু আশীৰ্ব্বাদ, অক্ষয় কবচ
পিন্ধি ললো হিয়াৰ মাজত ।
তযু আজ্ঞা
শিৰপাতি লৈ
হলো অগ্ৰসৰ
চানূৰ মুষ্টিক ।
চলে বলে অথবা কৌশলে
শত্রুক ধৰাসায়ী কৰিম ৰণত ।

কংস : আজি শুনা চানূৰ মুষ্টিক
যোল্ল-তোষল্ল
বান-জৰাসন্ধ আদি
যতমানে বীৰ
জীৱিত ধৰাত
সকলোকে কৰা মোৰ
আদেশ ঘোষণা
পশিব ৰাম-কৃষ্ণ যেবে
মথুৰা নগৰ
সকলোৱে সুসজ্জিত হৈ
থাকিবহি তোৰণ দ্বাৰত ।

মুষ্টিক : ৰাজ আজ্ঞা কৰিম ঘোষণা
দানবৰ অক্ষয় বাহিনী
হৈ সুসজ্জিত
অপেক্ষিব তোৰণ দ্বাৰত,
যেতিয়াই হব প্ৰয়োজন
আক্ৰমণ কৰিব শত্ৰুক ।

কংস : সুদৃঢ় বিশ্বাস মোৰ
দানবৰ এই অভিযান
হব জয়যুক্ত
দেৱতাৰ গৰ্ব অহঙ্কাৰ
মিহলিব শূণ্যৰ কোলাত

নাশ হব শত্ৰু দানবৰ
ধূলিস্যাত হব ৰাম-কৃষ্ণ
ৰঙ্গশালা শতৰুৰ
বক্ষ শোণিতেৰে
প্লাবিত হৈ
কৰি দিব ৰাঙলী বৰণ।

চানূৰ : মথুৰাৰ ৰঙ্গশালা
হ'ক আজি দানবৰ
মহা তীৰ্থস্থান।
জাগিছে দানব আজি
নৱ শকতিৰে
মাৰ্ মাৰ্ ৰৱে
সকলোৱে ৰণলৈ
হ'ম আগুৱান।

কংস : মিলে শুভক্ষণ,
দানবৰ মহোৎসৱ আজি
মথুৰা পুৰীত।
শত্ৰু আজি হব নিপাতিত
ধৰণী বক্ষত— হাঃ হাঃ হাঃ।
শুনা চানূৰ মুষ্টিক ;
ৰঙ্গশালা মাজে
এটি কাষৰত

লোহাৰ শৃংখলে
বান্ধি হাত-ভৰি
ৰাখিবা দৈৱকী পাষাণী
বসুদেৱ সমে
পিতৃ-মাতৃ হৈ
স্বচক্ষে দেখিব সিহঁতে
কিবাদৰে যন্ত্ৰণাত চট্‌ফট্‌ কৰি
সন্তানৰ উৰি যায় প্ৰাণ।
সন্তানৰ অকাল মৃত্যুত
অন্তৰ বিদাৰি
কান্দিব বিনাই যেবে
দানবী দৈৱকী
সেইদিনা ক্ৰুৰ হাঁহি
হাঁহিব কংসই
হাঃ হাঃ হাঃ
(সকলোৱে একেলগে অট্টহাঁহি হাঁহে।
লাহে লাহে পট পৰে।)

---

# ৬ষ্ঠ দৃশ্য

( কংসৰ ৰঙ্গশালা। মঞ্চৰ পাচফালে এখন ওখ পীঠ। পীঠৰ ওপৰত কংসৰ আসন। একাষত দৈৱকী আৰু বসুদেৱ শৃঙ্খলিত অৱস্থাত ঠিয় হৈ আছে। মল্লযুদ্ধৰ সাজ পিন্ধি চানূৰ আৰু মুষ্টিক সাজু হৈ আছে! অইন দুখনমান চাপৰ আসনত দানব বহি আছে। কংস সোমাই অহাৰ লগে লগে সকলোৱে আঠু লয়। কংসই সকলোকে এবাৰ নিৰীক্ষণ কৰে। বন্দী অৱস্থাত দৈৱকী বসুদেৱক দেখি সিহঁতৰ পিনে আগবাঢ়ি যায়। )

কংস : বসুদেৱ; নিলাজ অধম,
চোৰৰ দৰে নিজ পুত্ৰ লৈ
ৰাখিলি পৰৰ গৃহত।
ইয়াৰ ব'বেই তই
কৰিছিলি প্ৰতিজ্ঞা
ভূমি স্পৰ্শ কৰি
প্ৰদানিবি বুলি
নিজপুত্ৰ কংসৰ হাতত?

বসুদেৱ : বিধতাৰ চক্ৰ ঘূৰে অনিৰ্বাৰ
কাৰ সাধ্য বাধা দিয়ে তাক?

কালৰ হাতৰ পুতলা আমি
নিজ ইচ্ছাৰে
কোনো কাম নোৱাৰো সাধিব ।

কংস : মনে মনে থাক্ দুৰাচাৰ,
আপোন কৰ্ম্মৰ
কলুষতা ঢাকিবলৈ
দোষাৰোপ কৰা বিধাতাক ?
ইমানেই যদি দূৰ্ব্বল অন্তৰ
ভূমি স্পৰ্শি
কৰি অঙ্গীকাৰ
অপবিত্ৰ কৰিলি কিয়
পবিত্ৰ ধৰণী ?

বসুদেৱ : যত ইচ্ছা দিয়া গৰিহণা
যত ইচ্ছা কৰা অত্যাচাৰ
নীৰবে সহিম মই সকলো যন্ত্ৰণা ।
কিন্তু তথাপিও—
বিশ্বনিয়ন্তাৰ কঠোৰ আদেশ
নোৱাৰো মই কৰিব অমান্য ।
শুনা, কংস;
এতিয়াও কৰিছো মিনতি
নাৰায়ণ, ঈশ্বৰক
শত্ৰু ৰূপে নকৰা আহ্বান ।

যি জন, সৃষ্টি স্থিতি প্ৰলয়ৰ হেতু
যাৰ ইচ্ছামতে বিনন্দীয় বিশ্বৰ সৃজন
আৰু যাৰ এটি ইঙ্গিতত
লীন হয় বসুধাৰ বিনন্দীয়া ৰূপ
সেই নাৰায়ণ নিজে
জন্ম লয় নৰতনু লৈ, ধৰণী বক্ষত।
ৰক্ষাহেতু ধৰ্ম্মৰ গৌৰৱ
ৰক্ষাহেতু ধাৰ্ম্মিক জীৱন
আৰু বিনাশিব দুৰ্ম্মতি দুৰ্জ্জন্
যুগে যুগে
জাগে নাৰায়ণ।

কংস : হাঃ হাঃ হাঃ
চমৎকাৰ ছলনাৰে
ছলিব খুজিছ কংসক।
কংস আজি দেৱতাৰ ত্ৰাস
বিশ্বৰ বিভীষিকা।
চৰাচৰ বিশ্বক আজি
কংসই কৰিছে আহ্বান
চাও কোন আছে সিটো
বসুধা বক্ষত
কংসৰ কৰাল গ্ৰাসৰ পৰা
পায় পৰিত্ৰাণ।

মাত তোৰ সেই ঈশ্বৰক
সন্মুখত যদি পাও এটিবাৰ
মুষ্টিৰ প্ৰহাৰে কৰিম বিনাশ।

বসুদেৱ : নহয় ৰাজন্
নকৰিবা তেনে অভিলাষ
এতিয়াও কৰিছোঁ কাকুতি
শত্ৰুৰূপে ভাবি ভগবান
নঘটাবা নিজৰ বিনাশ।
শুদ্ধ অন্তৰে আজি
সকলোকে বিলোৱা মৰম
দূৰ কৰা ব্যভিচাৰ
ত্যাগ কৰা আত্ম অহঙ্কাৰ
মিলনৰ শঙ্খ ঘণ্টা বজোৱা বজোৱা
তুষ্ট হব নাৰায়ণ
দিব আশীৰ্ব্বাদ
সসাগৰা পৃথিবীৰ অধীশ্বৰ ৰূপে
জগত বৰেণ্য হৈ
যুগে যুগে ঈশ্বৰৰ
লভিবা কৰুণা।

কংস : হাঃ হাঃ হাঃ
কৰুণাৰ পাত্ৰ হব
মথুৰাৰ প্ৰজাৰ পালক ?

নিতান্ত কাপুৰুষ তই
সেই বাক্য শোভা পায়
একমাত্ৰ তোৰেই মুখত ।
কিন্তু, বসুদেৱ
কংসৰ বজ্ৰ কঠিন বাহুত
অযুত হস্তীৰ বল ।
নাৰায়ণ নিজে আহি
নতজানু হৈ
মাগে যদি প্ৰাণভিক্ষা
কংস নৃপতিক
অকাতৰে প্ৰাণভিক্ষা
দানিব কংসই ।
কিন্তু অহঙ্কাৰে মত্ত হৈ
যদি নাৰায়ণে
শকতিৰ প্ৰমাণ বিচাৰে
উপযুক্ত শাস্তি দান কৰি
বিনাশিব দানব অৰাতি
মথুৰাৰ পালক কংসই ।
( দৌৰি আহি দ্বাৰৰক্ষীয়ে আঠু লয় । )

দ্বাৰৰক্ষী : আছে এটি দূৰ্ঘোৰ বাৰতা
আজ্ঞা পালে প্ৰদানিম ৰাজ চৰণত ।

কংস : দূৰ্ঘোৰ বাৰ্ত্তা

কোৱা দ্বাৰৰক্ষী
কি সংবাদ কৰিছা বহন ?

দ্বাৰৰক্ষী : দুজন কিশোৰ বালক
নাম কৃষ্ণ-বলোৰাম
প্ৰবেশি যজ্ঞশালা
ধনুৰ্ভঙ্গ কৰি
সগৌৰৱে প্ৰবেশিছে
তোৰণ দ্বাৰত ।

কংস : গতি ৰোধ কৰিব শত্ৰুৰ
নাই কোনো দানব সেনানী ?
ক'ত গ'ল মহাবীৰ ষোল্ল-তোষল্ল
ক'ত গ'ল দানবৰ সেনা অগণন ।

দ্বাৰৰক্ষী : প্ৰাণপনে যুঁজি সৱে
নোৱাৰিলে ভেটিব শত্ৰুক
প্ৰাণ লৈ পলাইছে
ষোল্ল তোষল্ল
আৰু যত দানবৰ বীৰ
বিভ্ৰমে পলায় যত দানব বাহিনী ।
অসংখ্য দানব সেনা পৰিছে ৰণত ।

কংস : চানুৰ ! মুষ্টিক !
হোৱা অগ্ৰসৰ,
কাল ধুমুহা সদৃশ

হোৱা দ্ৰুতগামী
ঐক্যবদ্ধ ভাৱে সকলোৱে
একেলগে শত্ৰুক কৰা আক্ৰমণ।
উন্মত্ত কৰি মদমত্ত
হস্তী কুৱলয়
এৰি দিয়া শত্ৰু সন্মুখত,
বিয়াগোম দন্তে খুচি
বিদাৰি বক্ষ অৰাতিৰ
তপ্ত ৰক্তেৰে ৰঞ্জিত হ'ক
হস্তী কুৱলয়।

চানূৰ : ওলাল চানূৰ মুষ্টিক
শত্ৰুৰ তপ্ত ৰুধিৰেৰে
ৰঞ্জিত কৰিম ধৰণী।
ব'লা মুষ্টিক—
[ চানূৰ, মুষ্টিক আৰু দ্বাৰৰক্ষীৰ প্ৰস্থান ]

কংস : এইবাৰ— দৈৱকী পাষাণী
তোৰ গৰ্ভজাত সন্তানৰ
বক্ষ শোণিতেৰে
ৰাঙলী কৰিম তোৰ
কদাকাৰ মুখ।

দৈৱকী : বহুবাৰ কৰিছো প্ৰাৰ্থনা
কাকুতি-মিনতি আৰু

নকৰো তোমাক
ভাগ্যলেখা কোনেও
নোৱাৰে খণ্ডাব ।
চৰম নিৰ্য্যাতন
নাৰী হৈও সহিছো অলেখ ।

কংস : এতিয়াও বাকী বহু তাৰ ।
সন্তানৰ মৃত্যু-আৰ্ত্তনাদ
নিজ কাণে শুনিব লাগিব,
সন্তানৰ ৰক্ত শোণিতেৰে
মুখ তই লেপিব লাগিব ।
তিল্ তিল্কৈ
যন্ত্ৰণাত ছট্ ফট্ কৰি
এৰিব লাগিব তই
নিষ্ঠুৰা জীৱন ।

দৈৱকী : শুনা হেৰা অত্যাচাৰী
নিষ্ঠুৰ ঘাটক
তাতোকৈ যদি আছে কিবা
দাৰুণ যন্ত্ৰণা
সিও সহ্য কৰিব আজি
পাষাণী দৈৱকী ।
হাঁহি হাঁহি কৰাঘাটে
চূৰ্ণ কৰি আপোন মস্তক

খণ্ডা তেজ নিজ হাতে তুলি
বিশ্ব-নিয়ন্তাৰ চৰণত
দিম পুষ্পাঞ্জলী ।
জীৱনৰ শেষ মুহূৰ্ত্তলৈ
চাই যাম চকু মেলি
ৰমণীৰ করুণ আৰ্ত্তনাদে
জগাব পাৰে নে নাই ।
পাষণ দেৱতা

কংস : হাঃ হাঃ হাঃ
নিদ্ৰাভঙ্গ হব যে'ব
তোৰ দেৱতাৰ
বিনাশিব কংসই তাৰ
আশ্ৰিত প্ৰাণ ।

বসুদেৱ : মৃত্যু দণ্ড দিয়া কংস
কাতৰে মাগিছো ভিক্ষা
তোমাৰ সো কৃপানৰ
দুটি আঘাটত
শেষ কৰি দিয়া দুটিপ্ৰাণ
যন্ত্ৰণাৰ হ'ক অৱসান ।

কংস : সিদৰে নহয় বসুদেৱ
ইমান সহজে নেপাবি পৰিত্ৰাণ ।
তিলে তিলে যন্ত্ৰণাত; হিয়া দহি পুৰি ।

চিঞঁৰত গগণ বিদাৰি
পশিব লাগিব তই
মৃত্যুৰ গ্ৰাসত ।

বসুদেৱ : নহয় নহয়
এটি মাত্ৰ কৰুণা ভিক্ষা
কৰিছো তোমাক
শেষ কৰি দিয়া
মোৰ মানবী জনম ।
পূৰ্ণ কৰা এই অনুৰোধ
প্ৰাণভৰি আশীৰ্ব্বাদ কৰিম তোমাক ।

কংস : হাঃ হাঃ হাঃ
[ এনেতে অদূৰত ভীষণ কোলাহল আৰু দানব সৈন্যৰ আৰ্ত্তনাদ শুনিবলৈ পোৱা যায় । চানূৰ আৰু মুষ্টিক উদ্‌ভ্ৰান্ত হৈ লৰি সোমাই আহে । ]

মুষ্টিক : ব্যৰ্থ হল আয়োজন
প্ৰচণ্ড বিক্ৰমে দুটি কাল শিশু
কালান্তক ৰূপ ধৰি
বধিলে হস্তী কুৱলয় ।

চানূৰ : উহ্ কিযে মহাকাল ৰূপ
উগ্ৰ শক্তি ধৰি
বধ কৰে দানব সেনা হেজাৰ হেজাৰ
( দানবৰ আৰ্ত্তনাদ শুনা যায় । )

সেইয়া—
দানৱৰ সেনানীয়ে কৰে আৰ্ত্তনাদ
শূণ্য হ'ল আজি
মথুৰা নগৰী।
মুষ্টিক : সৌ আছে বালক যুগল
মেদিনী কঁপাই
দানৱৰ বক্ষ শোণিতেৰে
প্লাবিত ধৰণী
দাবৰ আৰ্ত্তনাদে
গগন বিদাৰি।
মৃত্যুৰ কৰিছে ঘোষণা।
কংস : সাজু হোৱা চানূৰ মুষ্টিক
মল্লযুদ্ধে শত্ৰুক
কৰি পৰাভূত
দানবক দিয়া অব্যাহতি।
সোঁৱা- সোঁৱা
আছে সৌ কৃষ্ণ-বলৰাম
নাশ কৰে দানৱৰ দল
চানূৰ-মুষ্টিক
ৰুদ্ধ কৰা— ৰুদ্ধ কৰা পথ।
মুষ্টিক : সাজু আছে চানূৰ-মুষ্টিক
শঙ্কাৰ নাই প্ৰয়োজন।

মল্লযুদ্ধ কৰি
চানূৰ-মুষ্টিকে
সংহাৰিব শতৰু ভীষণ
নিস্কণ্টক হব আজি
মথুৰাৰ ৰাজ-সিংহাসন ।
[ কৃষ্ণ আৰু বলোৰামৰ প্ৰবেশ ]

বলৰাম : ৰাজ সিংহাসন
মথুৰাৰ ৰাজ-সিংহাসন
শোভা কৰে দুৰন্ত শৃগালে ।
কৰি নিমন্ত্ৰণ
ভাগিন দুজন
পাপাত্মা মাতুলে
চল-চক্ৰান্তে
বধিবলৈ কৰে আয়োজন ।

শ্ৰীকৃষ্ণ : ধিক্— শতধিক কংস মাতুল
এই বিক্ৰমেৰে
গৰ্ব কৰা তুমি
সসাগৰা পৃথিবীৰ অধীশ্বৰ বুলি ?
ধুলিস্যাত কৰিলো তোমাৰ কুৱলয় হস্তী
নষ্ট পালে দানব সেনা হেজাৰ হেজাৰ ।
মত্ত-মাতঙ্গক লেলিয়াই দি
ভাবিছিলা মুক্তি পাবা

মৰণৰ পৰা ?
অন্তকে তোমাৰ ধৰিছে চুলিত
তব পাপ বহনৰ হেতু
ধৰণীও হৈছে অক্ষমা।

কংস : চানূৰ-মুষ্টিক
স্তব্ধ হৈ শুনা কিনো প্ৰলাপ বচন
মল্লযুদ্ধে হোৱা আগুৱান
বুক চিৰি পান কৰা
শত্ৰুৰ তপ্ত শোণিত।

মুষ্টিক : আহ্ হেৰ দুৰন্ত বালক
মোৰ শুস্ক কণ্ঠক
তইঁতৰ বক্ষ শোণিতেৰে
কৰো তৃপ্তিদান।

বলৰাম : মনে মনে থাক্ হেৰ
ঘৃণিত দানব।
ৰামকৃষ্ণে কয় কথা
তইঁতৰ প্ৰভুৰ লগত
ভৃত্য হৈ উচ্চবাক্য কৰি উচ্চাৰণ
খোজ কিয় আলিঙ্গন
কৰিব মৃত্যুক।

শ্ৰীকৃষ্ণ : দেখা নাই
দানবৰ বক্ষ শোণিতেৰে

ৰঞ্জিত কৰিলো মথুৰা নগৰী ।
নাই যদি ইচ্ছা তব
মৃত্যুমুখ কৰিব দৰ্শন ।
প্ৰাণ লৈ ত্যাগ কৰ স্থান
নহলে—
চিৰাচিৰ কৰি সৌ বিকট শৰীৰ
মৃত্যু দণ্ড দিম দুৰ্জনক ।

বলৰাম ঃ শাস্তি প্ৰদানিব হেতু
দুৰন্ত কংসক
প্ৰবেশিলো মথুৰা নগৰ
মথুৰা সৈন্য-সামন্ত
বধিবলৈ নাই অভিলাষ ।
যদিহে বাধা দান দিব খোজ
আমাৰ কাৰ্য্যত
সমুচিত পাবি প্ৰতিফল ।

কংস ঃ কংস আজি হোৱা নাই ইমান দুৰ্বল
মৃত্যুক আকোৱালি লব
প্ৰবেশিলি জ্বলন্ত অনল ।
শক্তি যদি আছে শৰীৰত
মল্লযুদ্ধ কৰ দুটি দানবৰ সতে ।
পাৰ যদি যুঁজিবলৈ মল্লবীৰ স'তে
বিনাশ যদিহে হয়

চানূৰ মুষ্টিক
কংস কেশৰী, যুজলৈ তেতিয়াহে
হব আগুৱান ।

শ্ৰীকৃষ্ণ : মল্লযুদ্ধ কৰিব এই চানূৰ মুষ্টিকে
ৰাম-কৃষ্ণ সতে ?
কিয় ঠেলি দিব খোজা
মিছাতেই সিহঁতক
মৃত্যু গৰাহত ?

কংস : কাৰ্য্যৰ শেষ পৰিণাম
বুজি পাবি ক্ষন্তেক পাচত ।
চানূৰ-মুষ্টিক,
ব্যাঘ্ৰসম জাপ দিয়া
শাৰ্দূল বক্ষত
বুকু চিৰি পান কৰা শত্ৰুৰ
কলিজাৰ তেজ ।

বসুদেৱ : নহয় নহয় ৰাজন্
নকৰিবা তেনে আজ্ঞা
দানব যুগলক ।
ৰাম-কৃষ্ণ দুয়ো কিশোৰ বালক
সমকক্ষ নোহে যুজিবলৈ
ভীমাকায় শত্ৰুৰ লগত ।

দৈৱকী : ই যে অন্যায় সমৰ

কিশোৰ বালক যুগল
অল্পমতি, নিচেই কোমল ।
দাদা, কৰো অনুৰোধ
তব পদ স্পৰ্শ কৰি
ক্ষমা কৰা নিজগুণে
অবোধ শিশুক
প্ৰত্যাহাৰ কৰা আজ্ঞা
ক্ৰোধ তব কৰা সম্বৰণ ।

কংস : হাঃ হাঃ হাঃ
চাই ল' দৈৱকী
পেটৰ পোৱালীক তোৰ
কিবাদৰে নিষ্ঠুৰ দানৱে
তোৰেই সন্মুখত
বজ্ৰ প্ৰহাৰেৰে
হৃদপিণ্ড কৰি মষিমুৰ
পঠিয়াম যমৰ নগৰ ।

বসুদেৱ : তাৰ আগে তোমাৰ শাণিত কৃপানেৰে
ভেদ কৰি দিয়া মোৰ হৃদপিণ্ড
বুক পাতি দিছো মই
আপোন ইচ্ছাৰে ( আঠু লয় )

দৈৱকী : দৈৱকীৰো একে ইচ্ছা
কৰিবা পূৰণ

হাঁহিমুখে দিম প্ৰাণদান। (আঠু কাঢ়ে)

শ্ৰীকৃষ্ণ : শুনা পিতা,
শুনা মাতা,
নাই কোনো শঙ্কাৰ কাৰণ।
দানবৰ ৰক্ত শোণিতেৰে
ৰঞ্জিত কৰিম
তোমাসাৰ চৰণ যুগল।

বলৰাম : সাজু হ'ল বলৰাম নিজে
কালান্তক মূৰ্ত্তি ধৰি
শত্ৰু শোণিতেৰে
ৰঞ্জিত কৰিম আজি
দুৰন্ত কংসৰ
ৰাজ সিংহাসন।
আহ্ আহ্ দানৱ যুগল
সাজু হৈ ৰৈ আছো
কৃষ্ণ-বলৰাম
ৰণ তৃষ্ণা তইঁতৰ
পলুৱাম মল্লযুদ্ধ কৰি।
দেখক জগত --
কিবাদৰে কৃষ্ণ-বলোৰামে
পাপাত্মাৰ কৰে বিনাশ।

চানূৰ : জাগি উঠ, দানৱৰ তপত ৰুধীৰ

আহ্ আহ্ হেৰ নিৰ্ম্মম বালক
দানৱৰ ক্ষুধাৰ অগনি কৰো নিৰ্ব্বাপন।
(কৃষ্ণই চানূৰৰ লগত আৰু বলৰামে মুষ্টিকৰ লগত মল্লযুদ্ধলৈ আগবাঢ়ে। পৃথিৱী কঁপি উঠে। ভীষণ গৰ্জ্জন হবলৈ ধৰে। মঞ্চ ক্ষণে অন্ধকাৰ ক্ষণে আলোকিত হৈ উঠে। কৃষ্ণ বলৰামৰ মুষ্টিৰ প্ৰহাৰত লাহে দানৱ দুজন ক্লান্ত হৈ পৰে। শ্ৰীকৃষ্ণই চানূৰৰ চুলিত ধৰি ভীষণ ভাবে প্ৰহাৰ কৰে আৰু চানূৰে বিকট চিঞৰ মাৰি চিৎ হৈ পৰি যায়। শ্ৰীকৃষ্ণই বুকুত পদাঘাট কৰে আৰু চানূৰৰ মৃত্যু হয়। বলৰামৰ প্ৰহাৰত মুষ্টিক উফৰি পৰে আৰু বলৰামে মুষ্টিকৰ বুকুৰ ওপৰত বহি দুই হাতেৰে ভীষণ ভাৱে প্ৰহাৰ কৰে। মুষ্টিকে চিঞঁৰি প্ৰাণত্যাগ কৰে। কৃষ্ণ বলৰামৰ মুখত অপূৰ্ব্ব জ্যোতি ফুটি উঠে। কংসই সেই দৃশ্য দেখি উন্মত্ত হৈ উঠে।)

কংস : কোন ক'ত আছা দানৱ সেনানী
ৰণলৈ হোৱা আগুৱান
অতৰ্কিতে আক্ৰমণ কৰি
নিৰ্ম্মূল কৰা দুৰন্ত শত্ৰুক।

শ্ৰীকৃষ্ণ : কোনো নাই দানৱ সেনানী
ৰক্ষা কৰে মথুৰাৰ ৰাজ সিংহাসন।

মথুৰাৰ সকলো প্ৰজাই
মৃত্যু মাগে অত্যাচাৰী-অনাচাৰী
নিষ্ঠুৰ কংসৰ ।

বলৰাম : ত্ৰাহি ত্ৰাহি ৰৱে, মথুৰাৰ প্ৰজাসৱে
কংসৰ মৃত্যুকেই কৰিছে কামনা ।
সকলোৱে কৰে ইচ্ছা
উগ্ৰসেন নৃপতিক কাৰামুক্ত কৰি
মানি লব মথুৰাৰ অধীশ্বৰ বুলি ।

কংস : এতিয়াও কংস জীৱিত ধৰাত
বৃদ্ধ উগ্ৰসেনৰ কেচা তেজেৰে
ৰাঙলী কৰিম মোৰ শাণিত কৃপান
দৈৱকী বসুদেৱ
তইঁতেও নেপাবি নিস্তাৰ
সংগোপনে কৰি ষড়যন্ত্ৰ
মৃত্যুজাল কৰিছ ৰচনা
প্ৰতিশোধ—প্ৰতিশোধ
লাগে মোক নিষ্ঠুৰ প্ৰতিশোধ
কৰিম উচ্ছেদ বিষ বৃক্ষ আজি ।

( কংসই উন্মুক্ত কৃপান লৈ দৈৱকী-বসুদেৱক কাটিবলৈ হাত ওপৰলৈ তোলে, লগে ল'গ শ্ৰীকৃষ্ণই চক্ৰ ক্ষেপন কৰি কংসৰ কৃপাণ আৰু ৰাজমুকুট কাটি পেলায় । কংসই ভয় বিহ্বল হৈ কঁপিবলৈ ধৰে । ধৰণী কঁপি উঠে, মৃদু গৰ্জ্জন হবলৈ ধৰে ।

কৃষ্ণৰ সুদৰ্শন চক্ৰ ঘূৰিবলৈ ধৰে।)

কংস : ইকি প্ৰহেলিকা।
ইকি দেখো উল্কাপাত— ভূমিকম্প
জ্বালামুখীৰ লেলিহান শিখা,
গ্ৰাসিবলৈ খেদি আহে মোক।
কোন সিটো আকাশলঙ্ঘী বিৰাট পুৰুষ
ইকি কালচক্ৰ ঘূৰিছে শূণ্যত,
অগ্নুৎপাত হয় চাৰিদিশে,
পুৰি দেই চাই হৈ গ'ল।
জ্বলিছে অনল গগণ বিয়াপি
শুভ্ৰ ধুম্ৰই ঢাকিলে ধৰণী
সৃষ্টি আজি হ'ল চাৰখাৰ।
ক'ত যাও— ক'ত লুকাও
সকলোৱে গ্ৰাসিবলৈ খেদি আহে মোক।
কোনে মোক যাচিব আশ্ৰয়
উহ্ খণ্ড বিখণ্ড হয় সমস্ত শৰীৰ
কোন— কোন তুমি মহাকাল বিৰাট পুৰুষ ?

(কংসৰ ভীতি-বিহ্বল মুখ চুলিয়ে ঢাকি ধৰে। ভয়ত পেপুৱা লাগি কোচ্ মোচ্ খাই হালি পৰে। শ্ৰীকৃষ্ণই কংসৰ চুলিত ধৰি ওখ মঞ্চৰ পৰা তললৈ টানি লৈ আহে। কংসই বিকটভাৱে চিঞৰে। শ্ৰীকৃষ্ণ এটি মুষ্টিৰ আঘাত কংস চিৎ হৈ পৰি যায়। লগে লগে শ্ৰীকৃষ্ণই কংসৰ বুকুত ভীষণ

ভাৰে পদাঘাট কৰে।. কংসই বিকট চিঞঁৰ মাৰি প্ৰাণ ত্যাগ কৰে। শ্ৰীকৃষ্ণৰ সো ভৰিখন কংসৰ বুকৰ ওপৰত থাকে আৰু সোঁহাতেৰে সুদৰ্শণ চক্ৰটো ঘুৰাই দিয়ে দৈৱকী-বসুদেৱৰ বন্ধন সুলকি পৰে। বলৰামৰ বাহিৰে মঞ্চত থকা সকলোৱে আঠু লয়। সুললিত কণ্ঠত ধ্বনিত হয় :—

"যদা যদাহি ধৰ্ম্মস্য গ্লানিভৰ্তি ভাৰত
অভূত্থানম্ অধৰ্মস্য তদাত্মনং সৃজাম্যহম্
পৰিত্ৰাণায় সাধুনাম্ বিনাশায় স দুষ্কৃতাম্
ধৰ্ম্ম সংস্থাপনাৰ্থায় সম্ভবামি যুগে যুগে।"

***পট পৰে***

## — যৱনিকা পতন —

## ঃ প্ৰথম নিশা অভিনয় ঃ

### লামডিং ৰেলৱে ইনষ্টিটিউট

**তাৰিখ— ৮/১/৭২**

| চৰিত্ৰ সমুহ ঃ | | ঃ ভাৱৰীয়া সকল |
|---|---|---|
| শ্ৰীকৃষ্ণ | ... | শ্ৰীনিৰ্ম্মল লেখাৰু |
| বলোৰাম | .... | চইদুৰ ৰহমান |
| বসুদেৱ | .... | শ্ৰীৰমেশ হাজৰিকা |
| কংস | .... | ,, চন্দ্ৰ লেখাৰু |
| প্ৰলম্ব | ... | ,, শিৱ দাস |
| চানূৰ | .... | ,, শশী ডেকা |
| মুষ্টিক | ... | ,, ডি. আৰ, মেধি |
| মন্ত্ৰী | ... | ,, ভবেন খাউণ্ড |
| দাবানল | .... | ,, জগদীশ শৰ্ম্মা |
| ৰোষানল | .... | ,, ৰমা শৰ্ম্মা |
| প্ৰথম প্ৰহৰী | ... | ,, লক্ষ্মী গোহাঁই |
| দ্বিতীয় প্ৰহৰী | .... | ,, নৰেন বৈশ্য |
| দ্বাৰৰক্ষী | ... | ,, সুৰেন পাঠক |
| দেৱতা | ... | ,, মদন দত্ত |
| দানব | .... | ,, কে. চি, বৰ্ম্মণ |
| নাৰদ | ... | ,, কনক শৰ্ম্মা |
| মালতী | ... | শ্ৰীমতী শেৱালী গোহাঁই |
| দৈৱকী | .... | ,, তৰু মুখাৰ্জ্জী |

দৃশ্য আৰু মঞ্চসজ্জা : শ্ৰীপ্ৰহ্লাদ কৰ্ম্মকাৰ
,, হীৰক সেনগুপ্ত
,, কে, ভট্ট আৰু নৰেশ দে

সঙ্গীত আৰু শব্দ নিয়ন্ত্ৰণ : শ্ৰীসুপতি বোস
,, ফণী দেবনাথ

আলোক : শ্ৰী কে, পি, চক্ৰবৰ্ত্তী
,, খগেন বৰা

ৰূপদান : শ্ৰীফণী দেবনাথ
,, পি, চি, কৰ্ম্মকাৰ

স্মাৰক : শ্ৰীনন্দেশ্বৰ শৰ্মা, গিৰিণ শৰ্ম্মা

দল পৰিচালনা : দি. বড়া

নাট্য পৰিচালনা : শ্ৰীযোগেন্দ্ৰ নাথ বায়ন

নৃত্যাংশত অংশ গ্ৰহণ কৰিছিল :

কুমাৰী মামনি গোস্বামী
,, কৃষ্ণা লেখাৰু
,, গিতিমা লেখাৰু
,, মামণি বড়া
,, অজন্তা বড়া
,, বিউটি বেগম



# শুদ্ধবাণী

| পৃষ্ঠা | শাৰী | ভুল | শুদ্ধ |
|---|---|---|---|
| ১ | ৫ | ৰাস | যাস |
| ৭ | ১২ | মৰমৰ | মৰণৰ |
| ১৩ | ১১ | সৰৰগ্ৰামী | সৰ্ব্বগ্ৰাসী |
| ২৭ | ৮ | দুৰ্গন্ধ | দুৰ্গন্ধ |
| ২৫ | ৬ | দেহ | দেহশ্ৰী |
| ৩৬ | ৮ | কৰিব | কৰি |
| ৩৯ | ১০ | ন্ধ | বৃন্ধ |
| ৫০ | ১২ | নিনাদে | নিনাদেৰে |
| ৫২ | ১২ | ইমান | ইমান পাপ |
| ৫৩ | ২ | নজৰ | চকু |
| ৫৭ | ৬ | নো | কথানো |
| ৫৭ | ৬ | কব | কম |
| ৫৫ | ১৯ | লাহে লালে | লাহে লাহে |
| ৫৭ | ২১ | অহা | আহা |
| ৬৬ | ১১ | সন্তান | সন্তান |
| ৬৮ | ১৭ | লনীৰ | ননীৰ |
| ৬৭ | ৬ | ভাঙি | ডাঙি |
| ৬৭ | ১৬ | দিগন্তৰ | দিগন্তত |
| ৭০ | ৬ | কৰি | কৰি দিব মাজনদীত। |
| ৭৮ | ৭ | হতবস্ম | হতভম্ব |

| | | | |
|---|---|---|---|
| ৭৮ | ১৬ | গৈছে | গৈছিলো |
| ৮০ | ১২ | কৰিলো | কৰিছো |
| ৮৩ | ১০ | শক্তি | শক্তিয়ে |
| ৮৮ | ৬ | গহে | গৃহে |
| ৯১ | ৫ | সুজ্জিত | সুসজ্জিত |
| ১০২ | ৪ | বলোৰাম | বলৰাম |
| ১০৭ | ৯ | দাবৰ | দানবৰ |
| ১১০ | ১১ | মথুৰা | মথুৰাৰ |
| ১১০ | ২১ | থুজিবলৈ | যুজিবলৈ |
| ১১২ | ১৬ | পঠিয়াম | পঠিয়াম্ন |
| ১১৩ | ১৯ | জগত | জগতে |
| ১১৩ | ১০ | বলোৰামে | বলৰামে |
| ১১৭ | ২১ | বিনাশ | বিনাশন । |
| ১১৬ | ২১ | শ্ৰীকৃষ্ণ | শ্ৰীকৃষ্ণৰ |
| ১১৬ | ২১ | আঘাত | আঘাটত |

